# অজান দেশত এলিচ

[ "এলিচ ইন্ ওৱণ্ডাৰলেণ্ড"ৰ অনুবাদ ]

প্ৰবীণা শইকীয়া

পৰিবেশক
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী : অসম

Assamese rendering of Lewis Carroll's "Alice In Wonderland" by Srimati Prabina Saikia of Gauhati, Assam: Published with the financial aid of the Publication Board, Assam, Gauhati. First published in June, 1963. Price : Rs. 3·00

প্ৰকাশক ঃ
**উদয়ন**
পঞ্চৱটী ৰোড
গুৱাহাটী

প্ৰথম প্ৰকাশ ঃ
জুন, ১৯৬৩

চিত্ৰ শিল্পী ঃ
শ্ৰীহেমন্ত মিশ্ৰ
কলিকতা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
**নৱজীৱন প্ৰেছ**
৬৬, গ্ৰে ষ্ট্ৰীট
কলিকতা-৬

বেচ ঃ তিনি টকা

প্ৰকাশন পৰিষদৰ অৰ্থসাহায্যত প্ৰকাশিত

# নিবেদন

লুই কেৰলৰ 'এলিচ্ ইন ওৱণ্ডাৰ্লেণ্ড' নামৰ শিশু-সাহিত্যৰ পুথিখনি পৃথিৱী-বিখ্যাত। এই পুথিখনিয়ে শিশুৰ কল্পনা-প্ৰৱণ মনত অশেষ কৌতূহল জগাই অসীম বিস্ময়ৰ সৃষ্টি কৰি আহিছে।

ইংৰাজী ভাষাৰ এই পুথিখনিকে 'অজান দেশত এলিচ' নামেৰে অসমীয়া ভাষালৈ ৰূপান্তৰিত কৰি অসমীয়া শিশুসমাজলৈ আগবঢ়াইছে শ্ৰীমতী প্ৰবীণা শইকীয়াই।

অনুবাদত মূলৰ সৌন্দৰ্য্য আৰু সুষমা ৰক্ষা কৰিবলৈ যথাসাধ্য চেষ্টা কৰা হৈছে।

আশা কৰোঁ পুথিখনিয়ে সকলোৰে সমাদৰ লাভ কৰিব।

গুৱাহাটী
২০ মে, ১৯৬৩

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব, প্ৰকাশন পৰিষদ।

# আগকথা

লুই কেৰলৰ 'এলিচ ইন্ ওৱণ্ডাৰলেণ্ড' নামৰ কিতাপখন প্ৰথমবাৰ পঢ়াৰ পাচত এটা প্ৰশ্নই বাৰে বাৰে মনলৈ আহিছিল ঃ ইমান এখন সুন্দৰ কিতাপ ইমান দিনে নপঢ়াকৈ আছিলোঁ কিয় ? এনে এখন সুন্দৰ কিতাপৰ পৰা বঞ্চিত হৈ আছিলোঁ কেনেকৈ ? শৈশৱৰ উন্মুক্ত আৰু উদ্ভট কল্পনাসমূহে এই কিতাপৰ কাহিনীৰ মাজত কিমান সুন্দৰভাৱে প্ৰকাশ বিচাৰি পালেহেঁতেন !

লুই কেৰলৰ 'এলিচ ইন্ ওৱণ্ডাৰলেণ্ড'ৰ কাহিনী পঢ়ি বা শুনি কেৱল যে শিশুমনেই কৌতুক পায়, এনে নহয়। পৃথিৱীৰ প্ৰত্যেকজন ৰসিক বয়োবৃদ্ধ মানুহেও ইয়াত সমানে আনন্দ আৰু আমোদ উপভোগ কৰে। ইংৰাজীত এষাৰ কথা আছে ঃ ইংৰাজী ভাষা আৰু সাহিত্যৰ স'তে পৰিচয় থকা এখন ঘৰ তিনিখন কিতাপৰ অভাৱত অসম্পূৰ্ণ হৈ থাকে। সেই তিনিখন কিতাপ হল ঃ বাইবেল, শ্বেক্সপিয়েৰৰ সম্পূৰ্ণ নাটকাৱলী একেলগে আৰু লুই কেৰলৰ 'এলিচ ইন্ ওৱণ্ডাৰলেণ্ড'।

কল্পনাৰ প্ৰচুৰ লীলাখেলাৰ আশ্চৰ্য্য কাহিনীৰ এই কিতাপখনৰ লিখকক জগতে লুই কেৰল বুলি জানে যদিও তেওঁৰ প্ৰকৃত নাম চাৰ্লছ লাট্‌উইজ্ ডড্‌ছন্। ১৮৩২ চনত ইংলণ্ডৰ ডাৰ্ছবাৰী নামৰ ঠাইত তেওঁৰ জন্ম। অঙ্ক-শাস্ত্ৰত তেওঁ আছিল এজন বিদগ্ধ পণ্ডিত। অক্সফোৰ্ড বিশ্ববিদ্যালয়ত তেওঁ গণিতৰ অধ্যাপনা কৰিছিল। তেওঁ আছিল অতি লাজকুৰীয়া, শান্ত আৰু সৰল প্ৰকৃতিৰ। তেওঁ খোনা আছিল আৰু ডাঙৰৰ লগত কথা পাতোঁতে সদায় অস্বস্তি অনুভৱ কৰিছিল। তেওঁৰ সম্পৰ্ক আছিল শিশুৰ সতে। কণ কণ ল'ৰা-ছোৱালীক কাষলৈ মাতি আনি গল্প কৈ আৰু নানা ধৰণৰ খেল শিকাই তেওঁ অসীম আনন্দ লাভ কৰিছিল।

তেওঁ অবিবাহিত আছিল। তেওঁৰ অপত্যস্নেহখিনি বন্ধুৰ ল'ৰা-ছোৱালী-

বিলাকেই আদায় কৰি লৈছিল। তেওঁৰ সকলোতকৈ প্ৰিয় বন্ধু আছিল ক্ৰাইষ্ট কলেজৰ ডিন এইচ, জি, লিডেল। লিডেলৰ তিনিজনী ছোৱালী। তাৰে এজনীৰ নাম এলিচ। গ্ৰীষ্মকালৰ মনোৰম আবেলি এটাত ছোৱালী তিনিজনী লগত লৈ তেওঁ অক্সফোৰ্ডৰ কাষৰ নদী এখনত নাৱেৰে গৈ আছিল। সেই দিনটো বৰ গৰম আছিল। পাৰলৈ নামি ছোৱালী কেইজনীৰে সৈতে গছ-লতাৰ চাঁত তেওঁ বহিলহি। সেই সময়খিনি সুন্দৰকৈ কটাই দিবৰ মনেৰে আৰু ছোৱালী কেইজনীকো আনন্দ দিয়াৰ ইচ্ছা কৰি অদ্ভুত কল্পনাৰ মাধ্যমেৰে এই কাহিনীটো কৈ গৈছিল।

কিছুদিনৰ পিচত সেই কাহিনীটোকেই ভালকৈ লিখি তেওঁ বৰদিনৰ উপহাৰ স্বৰূপে এলিচলৈ পঠিয়াই দিছিল। তেতিয়া তেওঁ কিতাপখনৰ নাম দিছিল 'এলিচেচ এড্‌ভেন্সাৰচ্ আণ্ডাৰ গ্ৰাউণ্ড'। লোকচকুৰ অন্তৰালত থাকিবৰ মনেৰে এই লাজকুৰীয়া অঙ্কশাস্ত্ৰৰ পণ্ডিত গৰাকীয়ে লিখকৰ নাম দিলে লুই কেৰল বুলি। পিচলৈ 'এলিচ ইন্ ওৱণ্ডাৰলেণ্ড' নামেৰেই কাহিনীটোৰ নামাকৰণ কৰা হয় আৰু সেই নামেৰেই কিতাপখন পৃথিৱীত বিখ্যাত হৈ পৰিল।

প্ৰকাশ পোৱাৰ দুদিনমানৰ ভিতৰতে কিতাপখন বিখ্যাত হৈ পৰিল। ল'ৰা, বুঢ়া, ডেকা সকলোৱেই ইয়াক এখন মহৎ আৰু সুন্দৰ কিতাপ বুলি গ্ৰহণ কৰিলে। এনে ধৰণৰ আৰু কিতাপ লিখিব লাগে বুলি তেওঁলৈ পৃথিৱীৰ চাৰিওফালৰ পৰা আহ্বান আহিল। তাৰ পৰিণাম স্বৰূপে তেওঁৰ লিখনিৰ পৰা ওলাল আন এখন কিতাপ—'থ্ৰু ডি লুকিং গ্লাছ এণ্ড হোৱাট এলিচ ফাউণ্ড ডেয়াৰ।' কিন্তু আগৰ খনৰ দৰে এইখনে সিমান খ্যাতি অৰ্জ্জন কৰিব নোৱাৰিলে।

ৰাণী ভিক্টোৰীয়াই কিতাপখন পঢ়ি ইমান আনন্দ পালে যে লিখকৰ ৰচিত প্ৰত্যেকখন কিতাপকেই পঢ়িবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। বাকী কিতাপ-বিলাকৰ পাত লুটিয়াই ৰাণী অবাক হৈ গ'ল। সকলোবোৰেই অঙ্কশাস্ত্ৰৰ অবোধ্য কিতাপ।

পৃথিৱীৰ সকলো ভাষালৈ 'এলিচ ইন্ ওৱণ্ডাৰলেণ্ড'ৰ অনুবাদ হৈছে। একোটা ভাষাতেই আকৌ কেবাবাৰো অনুবাদ কৰা হৈছে। এই কিতাপখনৰ কাহিনী আৰু চৰিত্ৰবোৰক সমাজৰ ওপৰত কৰা 'চেটায়াৰ' বুলিও বহুতে গ্ৰহণ কৰিছে। সেইফালৰ পৰা ইয়াৰ স্থান গালিভাৰ বা ডন্ কুইক্সোটৰ শাৰীত। ইয়াৰ



কিছুমান চৰিত্ৰ, যেনে—বগা শহা, দাঁত নিকটোৱা মেকুৰী, টুপীৱলা, নকল কাছ—ইত্যাদিৰ উল্লেখ ডাঙৰ বক্তৃতা সমূহত পোৱা যায়। দেশ-কালপাত্ৰ সম্পৰ্কে নানা গভীৰ তথ্য এই চৰিত্ৰসমূহৰ মাজত আবিষ্কাৰ কৰা হৈছে। ৰাজনৈতিক কাৰ্টুনত এইবোৰক বিশেষ স্থান দিয়া হৈছে। বিখ্যাত কাকতৰ গধুৰ বিধৰ সম্পাদকীয়তো সেইবোৰ উল্লেখ কৰা হয়। আনহাতেদি কবিতাৰ ননচেন্স ৰাইমৰো এই কিতাপৰ পৰাই প্ৰচলন হৈছে।

এনে এখন মহৎ গ্ৰন্থৰ অনুবাদ কৰোঁতে এটা কথাই আমাৰ মনক সঘনে পীড়িত কৰিছিল—জানোচা মূলৰ সৌন্দৰ্য্য আমাৰ অনুবাদত বিকৃত হৈ পৰে, জানোচা সেই মহান লিখকজনাৰ প্ৰতি আমাৰ অকৰ্ত্তব্য হয়! তেনে এটা ভাৱৰ বশৱৰ্ত্তী হৈয়েই আমাৰ দৃষ্টি সকলো সময়তে মূলৰ ওপৰত আবদ্ধ আছিল। হুবহু মূলৰ দৰেই কিতাপখন অনুবাদ কৰিবলৈ চেষ্টা কৰা হৈছে।

পৃথিৱীত লোপ পাই আহিবলৈ ধৰা বহুতো পশু-পক্ষীক লুই কেৰলে অমৰ কৰি ৰাখিলে। তেওঁৰ কল্পনাত বহুত আচহুৱা প্ৰাণীয়ে জন্মলাভ কৰিলে। অদ্ভুত দেশৰ আচৰিত প্ৰাণীবোৰৰ ব্যৱহাৰ অদ্ভুত, কথা-বতৰা অদ্ভুত, সকলো অদ্ভুত। আচহুৱা শব্দ, বিশেষকৈ একে উচ্চাৰণৰ বেলেগ অৰ্থৰ শব্দৰ প্ৰয়োগ থকাৰ বাবে অনুবাদ কৰোঁতে কিছু জটিলতাৰো সম্মুখীন হবলগীয়া হৈছে। ফলত ভাষাৰ লালিত্য আৰু স্বতঃস্ফূৰ্ত্ততাত বাধা পৰিছে।

এই কিতাপখনিৰ অনুবাদ সম্পূৰ্ণ হোৱাৰ পিচত আমি আৰু এটি কথা কৃতজ্ঞতাৰে স্মৰণ কৰিছোঁ—এটি শিশুৰ বহল কৌতূহলভৰা এযোৰ চকুৱেই আছিল আমাৰ প্ৰথম আৰু একমাত্ৰ প্ৰেৰণা। সেই শিশুটিয়ে কিতাপ এখনৰ বাবে আমাৰ ওপৰত ঠেহ নপতাহলে এই কাম হাতত লবলৈ আমাৰ মনত দুঃসাহস নহলহেতেন। সেই শিশুটিৰ দৰেই সাধু শুনিবলৈ নাপাই ঠেহ পতা আৰু অনেক শিশুৰ অভিমান ভঞ্জনত এই কিতাপখনে যদি অকণমানো সহায় কৰে, তেনেহলে আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি মানিম।

আমাৰ অন্তৰৰ অশেষ শ্ৰদ্ধা আৰু কৃতজ্ঞতা থাকিল খ্যাতনামা শিল্পী শ্ৰীহেমন্ত মিশ্ৰৰ কাষত। শিল্পীজনাৰ অঙ্কিত ছবিখিনি কিতাপখনৰেই অঙ্গবিশেষ। শ্ৰদ্ধেয় কবি শ্ৰীনৱকান্ত বৰুৱাদেৱে কিতাপখনৰ ওপৰত চকু ফুৰাই দিয়াৰ বাবে তেখেতৰ ওচৰত আমি কৃতজ্ঞ হৈ ৰলোঁ।

কিতাপখন প্ৰকাশ কৰাত সাহায্য দান কৰাৰ বাবে অসম প্ৰকাশন পৰিষদলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। প্ৰকাশন পৰিষদৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী দেৱৰ সহায় আৰু পৰামৰ্শৰ কথা আমাৰ স্মৃতিত ৰৈ যাব।

আমাৰ এই সামান্য প্ৰচেষ্টাক সহৃদয় পাঠকসমাজে সকলো ফালৰ পৰা ক্ষমাৰ চকুৰে চাব বুলি আশা কৰিলোঁ।

গুৱাহাটী — শ্ৰীপ্ৰবীণা শইকীয়া
এক জুন, ১৯৬৩

# শহাপহুৰ গাঁতত

গ্ৰীষ্মকালৰ এটা দুপৰীয়া।

বাইদেৱেকৰ সতে এলিচ নদীৰ পাৰৰ ঘাঁহনিত বহি আছিল। বহি বহি তাইৰ আমনি লাগিল। হাতত একো কামো নাই কৰিবলৈ। বাইদেৱেকে পঢ়ি থকা কিতাপখনলৈ এবাৰ নে দুবাৰ কেৰাহিকৈ চাই তাই ভাবিলে, 'ছবি নথকা কিতাপৰ কিবা মূল্য আছে জানো?'

গৰমৰ বাবেই হবলা তাইৰ চকুযুৰি টোপনিয়ে হেঁচি ধৰিছিল। ডেইজী ফুলৰ মালা গঁথাৰ কথা এবাৰ তাই ভাবিলে। কিন্তু এই পকা ৰদখনত উঠি গৈ ফুল তুলি ফুৰাটোও জানো কম টান কাম? কি কৰিব কি নকৰিব ভাবি-চিন্তি থাকোঁতেই অকস্মাত এটা শহা-পহু তাইৰ গাৰ কাষেদিয়েই লৰ মাৰি পাৰ হৈ গল। শহাটো বগা। চকু দুটা গুলপীয়া।

শহাটোৱে মানুহে পিন্ধাৰ দৰে পোচাক পিন্ধিছিল। পিচে শহাটোৱে যেতিয়া মানুহে কোৱাদি কলে, 'ইচ্-ইচ্, মোৰ বৰ পলম হল হে,' তেতিয়াও এলিচে বিশেষ একো ভবা নাছিল। এইটো যেন একেবাৰে স্বাভাবিক কথাহে। শহাটোৱে তাৰ কোটৰ জেপৰ পৰা ঘড়ী এটা উলিয়াই চাই খুব কোবাকুবিকৈ যাবলৈ ধৰিলে।

এলিচ বহাৰ পৰা গিৰিস্ কৰে উঠিল। তাইৰ মনটোত শহাটোৰ বিষয়ে নানাবিধ প্ৰশ্ন উদয় হবলৈ ধৰিলে। শহাটোৰ পাচে পাচে তায়ো লৰ মাৰিলে। অৱশেষত পথাৰখনৰ সিমূৰৰ এটা জোপোহাৰ তলৰ গাঁতৰ ভিতৰত শহাটো সোমাই পৰিলগৈ।





এক মুহূৰ্ত্তও পলম নকৰি এলিচো তাৰ পাচে পাচে সোমাই গল। কি উপায়েৰে নো গাঁতটোৰ পৰা ওলাই আহিব পৰা হব, এবাৰো তাই ভাবিকে নাচালে।

প্ৰথমতে কিছুদূৰ শহাপহুৰ গাঁতটো এটা সুৰঙ্গৰ দৰে গৈ আছিল। তাৰ পিচত ইমান অকস্মাতে থিয় গড়াৰ দৰে তললৈ নামি গল যে একোটোকে ভাবিবলৈ সময় নৌ পাওঁতেই তাই এটা দ নাদৰ তলত পৰিলগৈ।

নাদটো বৰ দ। দুৰ্ঘোৰ আন্ধাৰৰ বাবে তলখনত নো কি আছে মনিবই নোৱাৰি। কিন্তু তললৈ সোমাই যাওঁতে নাদটোৰ দুয়োকাষে দেৱালত লাগি থকা আলমাৰি আৰু কিতাপৰ শ্বেল্‌ফ্‌বোৰ তাইৰ চকুত পৰিছিল। অ'ত ত'ত মেপ আৰু ছবি কিছুমান দেৱালত আঁৰি থোৱা আছে।

তললৈ, কেৱল তললৈকে তাই সোমাই গৈ আছে। এইদৰে গৈ থকাৰ আৰু শেষ নহব নেকি? তাই নিজকে কলে, 'কিমান মাইল মই তললৈ সোমাই আহিলোঁ জানো? মই নিশ্চয় পৃথিবীৰ মাজভাগমান পাইছোঁহি। কিমান দূৰ আহিলোঁ, ভাবি চাওঁ বাৰু। চাৰি হাজাৰ মাইল মানেই হবগৈ হবলা।'

এনে ধৰণৰ কথাবোৰ তাই স্কুলত পঢ়িছিল। কথাখিনি তাই ডাঙৰকৈ কলে এই কাৰণেই যে ওচৰত শুনোতা কোনো নাই। তাই আকৌ কলে, 'হয়, ইমানেই দূৰৈ হব। যদি সেয়ে হয়, তেনেহলে মই আহি পোৱা ঠাইখনৰ দ্ৰাঘিমা আৰু অক্ষাংশ কিমান হব?' আচলতে দ্ৰাঘিমা আৰু অক্ষাংশৰ বিষয়ে এলিচে একোকে নাজানে। ইমান ডাঙৰ ডাঙৰ শব্দ মুখেৰে উচ্চাৰণ কৰাটোকে তাই বৰ বাহাদুৰীৰ কথা বুলি ভাবিলে।

নতুন নতুন ভাববোৰে তাইৰ মনটো ওপচাই পেলালে। এটা কথা ভাবি তাই অবাক হৈ গল। পৃথিবীৰ সোঁ মাজেদি হয়তো তাই পাৰ হৈ যাবগৈ লাগিব। পৃথিবীৰ সিপিঠিত মূৰটোৰে খোজকঢ়া

মানুহবোৰৰ মাজত সোমাবলৈ তাইৰ কেনেকুৱা আচৰিত আচৰিত লাগিব। সিহঁতক উদ্দেশ্য কৰি তাই কলে, 'বিতৃষ্ণাবোৰ!' শব্দটো মুখৰ পৰা ওলোৱাৰ লগতেই তাইৰ অনুমান হ'ল যে সেইটো এটা ভুল শব্দ। তথাপি ওচৰত যে কোনো নাই শুনিবলৈ—ৰক্ষা তেও! তাই আকৌ ভাবিলে, দেশখনৰ নামটো সিহঁতকতো সুধিব লাগিব! 'হয়নে আইদেউ, অনুগ্ৰহ কৰি কবনে এই ঠাইখনৰ নাম কি? নিউজিলেণ্ড নে অষ্ট্ৰেলিয়া?' এনেদৰে সোধাৰ বাবে মোক চাগে মানুহ গৰাকীয়ে ভাবিব 'কিনো আকৰী অকণমান ছোৱালী অ' এইজনী!' অ' ঠাইখনৰ নামটো কৰবাত দেখোন লিখা থাকিবই। মই নুসুধিলেও হব।

তললৈ, বৰ তললৈ তাই পৰি গৈ থাকিল। কামো একোটিয়েই নাই। কিনো কৰিব? তাই আকৌ ভাবিবলৈ ধৰিলে। এইবাৰ তাহাঁতৰ মেকুৰী ডিনাজনীলৈ মনত পৰিল। তাই কলে, 'আজি ৰাতি মই নথকা বাবে ডিনাই বৰ বেয়া পাই আছে চাগে। চাহ খাবৰ বেলিকা তাইৰ গাখীৰৰ থালখনত গাখীৰ দিবলৈ সিহঁতে নাপাহৰে যেন। ডিনা, তয়ো যদি মোৰ লগতে থাকিলিহেঁতেন! তাত বাদুলিহে আছে, নিগনি নাই। বাদুলিবোৰ দেখাত নিগনিৰ নিচিনাই, জান নহয় তই? কিন্তু মেকুৰীয়ে জানো বাদুলি খায়? মই নাজানো পাই।'

এনেতে তাইৰ টোপনি অহা যেন লাগিল। টোপনিৰ জালতে তাই কবলৈ ধৰিলে, 'মেকুৰীয়ে জানো বাদুলি খায়? বাদুলিয়ে জানো মেকুৰী খায়?' আচলতে কোনে কাক খায়—মেকুৰীয়ে বাদুলিক নে বাদুলিয়ে মেকুৰীক, তাই নাজানে। সপোনত তাইৰ দেখা যেন লাগিল—ডিনাৰ হাতত ধৰি খোজকাঢ়ি ফুৰোঁতে তাই যেন সুধিছে, 'বাৰু ডিনা, সঁচাকৈ কচোন তই বাদুলি খাই পাইছনে?'

তেনেতে হঠাৎ এদম শুকান ঠাল আৰু পাতৰ মাজত তাই ধপচ্‌কৈ সৰি পৰিল। লগে লগে তললৈ পৰা শেষ হৈ গল।



এলিচে অকণো দুখ নাপালে। একে জাপে তাই থিয় হৈ উঠিল। ওপৰলৈ চাই দেখিলে ঘোপমৰা আন্ধাৰ। সন্মুখৰ দীঘল বাটটোৰেদি শহাটো তেতিয়াও কোবাকুবিকৈ গৈ আছিল। সময় নষ্ট নকৰি বায়ুবেগে এলিচো আগবাঢ়িল। এটা কেঁকুৰি পাৰ হওঁতে তাই শহাটোৰ নিচেই ওচৰ চাপিছিল। 'ইচ্ ইচ্, ইমান পলম হল' বুলি শহাটো তৎক্ষণাৎ তাইৰ চকুৰ আঁৰ হ'ল। এলিচ এতিয়া উপস্থিত হ'ল দীঘল চাপৰ এটা ঘৰৰ ভিতৰত। ওপৰৰ পৰা ওলোমাই থোৱা এশাৰী চাকিয়ে ঘৰটো পোহৰ কৰি ৰাখিছিল।

ঘৰটোৰ চাৰিওকাষে থকা দুৱাৰবিলাক চাবি মাৰি বন্ধ কৰি ৰখা হৈছে। এখন এখনকৈ এটাইবিলাক দুৱাৰৰ কাষলৈ গৈ খুলিবলৈ যত্ন কৰি অৱশেষত বিফল মনেৰে উলটি আহি তাই ভাবিবলৈ ধৰিলে যে জীৱনত আৰু সেই ঘৰটোৰ পৰা ওলাবলৈ উপায় পোৱা নহব।

হঠাৎ এলিচৰ চকু পৰিল তিনিখুৰীয়া আইনাৰ টেবুল এখনৰ ওপৰত থকা এধানমান সোণৰ চাবি এটাত। চাবিটো দেখা মাত্ৰকে তাই ভাবিলে যে তাৰে এখন নহয় এখন দুৱাৰ খুলিব পৰা হব। কিন্তু দেহি! তাই এখন দুৱাৰো খুলিব নোৱাৰিলে। চাবিটো এটা তলাতো নেখায়। কিন্তু দ্বিতীয়বাৰ ঘূৰি চাওঁতে এখন সৰু পৰ্দা তাইৰ চকুত পৰিল। পৰ্দাখনৰ আঁৰতে আছে পোন্ধৰ ইঞ্চিমান ওখ এখন দুৱাৰ। হাতত থকা চাবিটো এইখন দুৱাৰতো তাই লগাই চালে। দুৱাৰখন খোল খালে। তাইৰ মনত কিযে আনন্দ লাগিল!

দুৱাৰখনৰ পৰা এটা বাটৰ আৰম্ভ হৈছে। বাটটো নিগনিৰ গাঁতটকৈ অলপহে ডাঙৰ হব। আঁঠুকাঢ়ি বাটটোৰ মাজেদি জুমি চাই তাই দেখা পালে এখন মনোমোহা বাগিছা! সেই আন্ধাৰ ঘৰটোৰ পৰা ওলাই আহি ৰঙচঙীয়া ফুলৰ বাগিছাখনৰ শীতল নিজৰাৰ পাৰে পাৰে ঘূৰি ফুৰিবলৈ তাইৰ মন উত্ৰাৱল হৈ উঠিল।

কিন্তু কি হব! দুৱাৰ যিখন, তাইৰ মূৰকে নোসোমায়। মূৰটো কোনোমতে সোমালেই যেনিবা, গোটেই গাটো বাহিৰত থকাৰ পৰা কি লাভ হব? তাই ভাবিলে, 'দূৰবীণ এটাৰ দৰে মই যদি জাপ খাই থাকিব পাৰিলোঁহেতেন! জনা হলে অবশ্যে পাৰিলোঁ-হেতেন!'

তাত বৈ থকাৰ পৰা তো একো লাভ নাই! এলিচ টেবুলখনৰ কাষলৈকে পুনৰ ঘূৰি আহিল। মনতে আশা আছিল জানোচা তাত বেলেগ চাবি আছেই, জানোচা তাত এনে কিছুমান কিতাপেই আছে, যিবিলাকত মানুহ দূৰবীণ হোৱাৰ নিয়ম-প্ৰণালী লিখা আছে। এইবেলি এলিচে তাত এটা বটল পালে। বটলটোৰ ডিঙিত ধুনীয়া ছপাকৰা আখৰেৰে এডোখৰ কাগজত লিখা আছিল 'মোক পি খোৱা।' বটলটো আগেয়ে সেই ঠাইত দেখা তাইৰ মনত নপৰে।



'মোক পি খোৱা।' কবলৈ বৰ ভাল। কিন্তু টেঙৰী এলিচে টপ্‌কৈ খাই নথলে। বটলটোৰ কৰ'বাত 'বিহ' বুলি লিখা আছেনে নাই প্ৰথমতে তাই পৰীক্ষা কৰি চালে। কাৰণ অসাৱধানতাৰ বাবে বহুত অথন্তৰ ঘটে। সাৱধান নোহোৱাৰ বাবেই লৰা-ছোৱালী-বিলাকক জুয়ে পোৰা, বনৰীয়া জন্তুৱে খোৱা আদি কথা তাই কিতাপত পঢ়িছে। এলিচে জানে যে সাৱধানে চলা মানেই হ'ল কিছুমান নিয়ম পালন কৰা। যেনেঃ তুমি যদি বহুপৰ তপত ৰঙা লোহাৰ বিন্ধনা এডাল ধৰি থকা, তেনেহলে তোমাৰ হাত পুৰিব। তুমি যদি কটাৰীৰে দকৈ



তোমাৰ হাতখন কাটা, তেনেহলে তেজ ওলাব। কৰবাত যদি 'বিহ' বুলি লিখা থাকে, খালে বিপদ ঘটিব।

সুখৰ বিষয়, বটলটোৰ ওপৰত ক'তো 'বিহ' বুলি লিখি থোৱা নাছিল। এবাৰ জুতি লবলৈ তাইৰ বৰ মন গল। নানাবিধ ফল আৰু কিছুমান উপাদেয় বস্তুৰে তৈয়াৰী সেই সুগন্ধি ৰসখিনি একে উশাহে তাই খাই শেষ কৰি পেলালে।

* * * * *
* * * * * *
* * * * *

'মোৰ যে কেনেকুৱা লাগিছে! দূৰবীণৰ দৰে মই নিশ্চয় এতিয়া জাপ খাই আহিছোঁ।' এলিচে নিজকে কলে।

কথাষাৰ সত্যত পৰিণত হ'ল। তাই ছোৱালীজনী সৰু হৈ আহিবলৈ ধৰিলে। তাই এতিয়া মুঠেই দহ ইঞ্চিহে ওখ। চুঙা যেন বাটটোৰেদি বাগিছাখনলৈ যাবলৈ এতিয়াহে তাইৰ গাৰ জোখটো ঠিক হৈছে। অলপ পৰ তাই টলকা মাৰি থাকিল। দহ ইঞ্চিতকৈয়ো সৰু হৈ আহিছে নেকি অনুমান কৰিবলৈ তাই যত্ন কৰিলে। তাই ভয় খাই উঠিল। এইদৰে সৰু হৈ হৈ যদি তাই একেবাৰে শেষ হৈ যায়, তেনেহলে কি হব? তাইক তেতিয়া কেনেকুৱা দেখাব? জ্বলি থকা মমবাতি এডাল ফু মাৰি নুমুৱাই দিয়াৰ পিচত তাৰ জুইখিনি দেখাত কেনে হব তাই কল্পনা কৰিলে। এনেধৰণৰ বস্তু আগেয়ে দেখাৰ কথা তাইৰ তো মনত পৰা নাই!

কিছু সময় পাৰ হৈ গ'ল। এলিচ একেদৰেই থাকিল। তাই এতিয়া বাগিচাখনলৈ যাবলৈ ওলাল। দুৱাৰখনৰ ওচৰত থিয় হওঁতেহে মনত পৰিল যে চাবিটো টেবুলখনৰ ওপৰতে থাকি আহিল। তলৰ পৰা আইনাৰ টেবুলখনৰ মাজেদি তাই অকণমানি চাবিটো ফট্‌-ফটীয়াকৈ দেখিবলৈ পালে।

টেবুলখনৰ খুৰা এটাইদি বগাই তাই ওপৰলৈ উঠিবলৈ যত্ন কৰিছিল যদিও বাৰে বাৰে পিছলি নামি আহিল। চেষ্টা কৰোঁতে কৰোঁতে তাইৰ ভাগৰ লাগিল। নিচেই ক্ষুদ্ৰকায় ছোৱালী এজনী হৈ এলিচে এতিয়া বহি লৈ কান্দিবলৈ আৰম্ভ কৰি দিলে।

এলিচে নিজকে খঙৰ সুৰত কলে, 'ইচ্ এনেকৈ কান্দি থাকিব নেপায় নহয়! কান্দোন এতিয়াই বন্ধ কৰা। মোৰ কথা শুনা।' এলিচে নিজেই নিজক উপদেশ দিয়ে, ধিক্কাৰ দিয়ে, আৰু মাজে সময়ে ইমান বেচিকৈ খং কৰে যে তাইৰ নিজৰে চকুপানী পৰ্য্যন্ত ওলাই আহে!

টেবুলখনৰ তলত এটা আইনাৰ বাকচ পৰি আছিল। এলিচে বাকচটো খুলি চাই অকণমানি কেক্ এটা পালে। কেক্‌টোৰ ওপৰত লিখা আছিল ঃ 'মোক খোৱা।' এলিচে ভাবিলে, 'কেক্‌টো খায়েই লওঁ। যদি ডাঙৰ হওঁ চাবিটো ঢুকি পাম, যদি আৰু বেচি সৰু হওঁ, তেনেহলে দুৱাৰৰ তলেদি সৰকি যাম।'

কেক্‌টোত কামোৰ এটা মাৰি কোনফালেদি বাঢ়িবলৈ ধৰিছে উমানটো লওঁ বুলি মূৰৰ ওপৰত হাত এখন থৈ আগ্ৰহেৰে তাই নিজকে সুধিলে ঃ 'কোনফালেদি? কোনফালেদি?' কিন্তু কি আচৰিত! তাই দেখোন একেদৰেই আছে।

তাৰ পাচত গোটেই কেক্‌টো তাই লাহে লাহে খাই পেলালে।

## চকুপানীৰ নৈ

'অদ্ভুত! অদ্ভুত!' চক্ খাই এলিচে মাত লগালে। 'মই এতিয়া আটাইতকৈ ডাঙৰ দূৰবীণটোৰ দৰে মেল খাবলৈ ধৰিছোঁ।' সঁচাকৈয়ে তাই এতিয়া ক্ষিপ্ৰ গতিৰে বাঢ়িবলৈ ধৰিলে। তাই অকস্মাতে ইমান ওখ হৈ পৰিল যে তললৈ চকু নমাই নিজৰ ভৰি-দুটাকে মনিব নোৱাৰিলে। সিহঁত আৰু তাইৰ মাজত এতিয়া যেন সুদীৰ্ঘ এটা ব্যৱধান আহি পৰিল। তাই বেজাৰ মনেৰে কলে, 'বিদায় মোৰ দুখনি চৰণ! বেচেৰাহঁত! তহঁতে আগেয়ে পিন্ধা জোতা-মোজা এতিয়া বাৰু কোনে পিন্ধিব? মইতো নোৱাৰিম। তহঁত ইমান দূৰলৈ আঁতৰি গলি গৈ যে তহঁতক লৈ মই আৰু ব্যস্ত হৈয়ো থাকিব নোৱাৰিম। নিজেই নিজৰ যত্ন লবিহঁক।'

তথাপিও এলিচে ভাবিলে যে ভৰি দুখন তাইৰ নিজৰেই যেতিয়া, তাহাঁতৰ প্ৰতি মৰমিয়াল হোৱাই উচিত হব! নহলে তাই যাব খোজা ঠাইলৈ সিহঁতে জানো তাইক লৈ যাব? মৰমৰ চিন স্বৰূপে প্ৰত্যেকটো বৰদিনতে সিহঁতৰ বাবে এযোৰকৈ জোতা পঠাবলৈ তাই মনতে সংকল্প কৰিলে। পিচে উপহাৰটো কেনেকৈ পঠোৱা যাব? কোনোবা এটাৰ হাততহে পঠাব লাগিব! নিজৰ ভৰিৰ বাবে নিজে জোতা উপহাৰ পঠোৱাৰ সমান হাঁহি উঠা কথা কৰবাত আৰু আছে জানো? ওপৰৰ বিযোগটো পঢ়ি কেনে আভজা-আভজা লাগিব! এনেকৈ লিখিলেহে হব ঃ

এলিচৰ সোঁভৰি মহোদয়,
—জুহালৰ দলিছা।

—মৰমেৰে এলিচ।

এলিচে নিজকে নিজে কলে, 'উস্ মইনো কি বলিয়ালিখন কৰিছোঁ!' এনে সময়তে তাইৰ মূৰটো গৈ ঘৰটোৰ চালত খুন্দা খালে। প্ৰকৃততে তাই এতিয়া ন ফুট মানতকৈয়ো ওখহে হল। হাতত সোণৰ চাবিটো লৈ এলিচ বাগিছাৰ দুৱাৰখনৰ ফালে আগবাঢ়িল।

আয়ৈ দেহি! মাটিত কাতি হৈ শুই এটা চকুৰে চালেহে কোনো-মতে বাগিছাখন তাইৰ চকুত পৰে। ভিতৰলৈ সোমোৱা দূৰৰে কথা। আকৌ বহি বহি তাই কান্দিবলৈ ধৰিলে।

তাই নিজকে প্ৰবোধ দিলে: 'ইমান ডাঙৰ ছোৱালী হৈ কান্দি থাকিবলৈ তোমাৰ লাজ নালাগেনে? মনে মনে থাকা। মোৰ কথা শুনা।' কিন্তু তাইৰ হাক-বচন অমান্য কৰি অবাধ্য চকুপানী-বোৰ অনৰ্গল চকুৰপৰা বাগৰিবলৈ ধৰিলে। কলহে কলহে চকুৰপৰা পানী ওলাবলৈ ধৰাত তাইৰ চাৰিওফালে চাৰি ইঞ্চিমান দ পানী এডোঙা বন্ধ গল। পানীখিনি ঘৰটোৰ আধা-খিনি পৰ্য্যন্ত ঠাই বিয়পি পৰিল।

কিছু সময়ৰ পাচত দূৰত থুপুক্-থাপাক্কৈ কাৰোবাৰ খোজৰ মাত শুনা গল। লৰালৰিকৈ চকুহুটা মোহাৰি কোননো আহিছে তাই চালে! চকুত চমক লগা সাজপাৰ পিন্ধি বগা শহাটো এইবেলি ঘূৰি আহিছে। এখন হাতেৰে সি ধৰি আছিল অকণমান হাতমোজা এযোৰ। ঘোৰাৰ কদমৰ দৰে খোজ চলাই আহি সি মুখৰ ভিতৰতে ভোৰভোৰালে, 'জমিদাৰণী! জমিদাৰণীক অতপৰ ৰখাই থোৱাৰ বাবে তেওঁৰ খং নুঠিবনে?' ভাগৰুৱা এলিচে সেই সময়ত অকণমান সহায় পোৱাৰ আশাৰে শহাটোক সুধিলে, 'মহাশয়, অনুগ্ৰহ কৰি —' তাইৰ মাতটো শুনি শহাটোৱে এনেদৰে উচপ্ খালে যে তাৰ হাতৰ পৰা বিচনীখন আৰু হাতমোজা যোৰ থলথলকৈ সৰি পৰিল। যিমান পাৰে বেগাই খোজ কাঢ়ি আন্ধাৰৰ সতে বিলীন হৈ যাবলৈ সি চেষ্টা কৰিলে।





বিচনীখন আৰু হাতমোজা যোৰ এলিচে হাতত তুলি ললে। ঘৰটোৰ ভিতৰত অসহ্য গৰম। বিচনীখনেৰে বিচিবলৈ ধৰি তাই কলে, 'আজি দেখোন বৰ অদ্ভুত অদ্ভুত কাণ্ডবোৰ ঘটিবলৈ ধৰিছে। কালি দেখোন এটাইবোৰেই ঠিক আছিল। ৰাতিটোৰ ভিতৰতে ময়েই বাৰু সলনি হৈ গলোঁ নেকি? ভাবি চাওঁ দেই। —ৰাতিপুৱা যেতিয়া শুই উঠো, মই আগৰ দৰেই আছিলোঁনে? নামমাত্র বেলেগ অনুভব কৰিছিলোঁ হব পায়? বাৰু, মই যদি একেজনী ছোৱালী নহয়, তেনেহলে মইনো কোন? এইটোৱেহে বৰ পাক লগা কথা!' এলিচৰ পৰিচিত লৰা-ছোৱালীবোৰৰ কথা একাদিক্রমে তাই মনত পেলাবলৈ যত্ন কৰিলে। প্রত্যেকৰ লগতে নিজকে ৰিজাই চালে। জানোচা তাঁহাতৰ কোনোবা এজনীৰ সতে তাই বদলি হৈ গল!

এলিচে ভাবিলে, তাই বাৰু আদাৰ সতেই সলনি গৈ গল নেকি? তাইৰ স্পষ্ট মনত আছে আদাৰ চুলিবোৰ পাকখোৱা। কিন্তু কতা? এলিচৰ চুলিবোৰ আগৰ দৰেই আছে। তেন্তে তাই যে আদা হৈ যোৱা নাই, তাত কোনো সন্দেহ নাই। আৰু মাবেল? তাই বাৰু মাবেল হৈ গল নেকি? কিন্তু মাবেলজনী তেনেই আকৰী। একো কথাই নাজানে। কিন্তু এলিচে যথেষ্ট কথা জানে। গতিকে তাই মাবেল হোৱাৰ কোনো সম্ভাৱনাই নাই। হঠাৎ মনত খেলালে যে আগেয়ে জনা কথাবিলাক এতিয়া তাই পাহৰিবওতো পাৰে! কি ঠিক! নিজৰ স্মৃতিশক্তিখিনি এবাৰ পৰীক্ষা কৰি চাবৰ মনেৰে তাই পূৰণৰ নেওঁতাখন মুখস্থ মাতিলে: পাঁচ চাৰি গুণ বাৰ; ছয় চাৰি গুণ তেৰ; সাত চাৰিগুণ? ওঁহো, এইটো নিয়মেৰে কাহানিকৈ বিশ ওলাবগৈ? পূৰণৰ নেওঁতাখন বাৰু একো কথা নহয়! ভূগোলটোহে আচল কথা! ভূগোলৰ কথাবিলাক তাই এইদৰে মনত পেলালে: লণ্ডন পেৰীচৰ ৰাজধানী। পেৰীচ ৰোমৰ ৰাজধানী। আৰু ৰোম? ৰোম নো কাৰ ৰাজধানী! নাই, নাই, আটাইবোৰ ভুল হৈছে।



এতিয়াহে এলিচৰ বিশ্বাস হ'ল যে তাই মাবেল হৈ গল। কোনো সন্দেহ নাই। কাৰণ মাবেলৰ দৰে তায়ো এই কথাবোৰ এতিয়া নাজানে। এলিচে কোলাত দুয়োখন হাত সাৰটি খুব সাৱধানে এটা পদ্য আওৰালে। কিন্তু তাইৰ নিজৰ মাতটোৱেই নিজৰ কাণত আচহুৱা আৰু কঠুৱা হৈ বাজিল। তাই উচ্চাৰণ কৰা প্রত্যেকটো শব্দই ভুল বুলি অনুমান হ'ল।

তাই গাবলৈ ধৰিলে:

কেনেকৈ অকণমান ঘৰিয়ালটোৱে<br>
জিক্‌মিক্ নেগুৰ বঢ়ালে;<br>
নীল নৈৰ পানী আনি সোণালী বাকলি<br>
কেনেদৰে ধুনীয়া কৰিলে।<br>
কিমান ৰঙেৰে দেহি দাঁত নিকটাই<br>
ধুনীয়াকৈ হাতোৰা মেলিলে;<br>
হাঁহিভৰা কোৱাৰিৰে সৰু মাছবোৰ<br>
কেনেকৈ নো আদৰি আনিলে!

কবিতাটো মুখস্থ মাতি শেষ কৰাৰ লগে লগে এলিচৰ চকুযুৰি পানীৰে চলচলীয়া হ'ল। এনে নোহোৱা-নোপজা কথাবোৰ তাইৰ মুখৰপৰাও ওলাব লাগেনে? এইবোৰ মাবেলৰ বাবেহে সম্ভৱপৰ! থোকাথুকি মাতেৰে এলিচে কলে, 'মই মাবেল হৈ গলোঁ, কোনো ভুল নাই!'

তেনেহলে? এলিচৰ এতিয়া কি অৱস্থা হব? অকণমান ঘৰ এটাত থাকিব লাগিব। খেলিবলৈ পুতলা নাই। পঢ়িব লাগিব বেচিকৈ। শিকিব লাগিব বহুত। তেনেহলে ওপৰলৈ উঠি যোৱাৰ পৰা আৰু কি লাভ? গাঁতৰ তলত থকাই দেখোন ভাল! ওপৰৰ কোনোবাই জুপি চাই তাইক আৰু নামাতিলেও হব। যদি কোনোবাই মাতিবলৈ আহে, তেন্তে প্রথমতে তাই সুধি লব তাইনো

কোন ? যদিহে এজনী ভাল ছোৱালীৰ লগত তাই সলনি হৈছে, তেতিয়া যাব, যদি নাই হোৱা, নাযায়। পিচ মুহূৰ্ত্ততে তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। কোনোবাই তাইক মাতি নিয়া হলেই ভাল আছিল। শহাপহুৰ গাঁতত অকলে থাকি তাইৰ বৰ আমনি লাগি গৈছে।

কি আচৰিত ! শহাপহুটোৱে পেলাই থৈ যোৱা অকণমানি হাত-মোজাযোৰ তাই দেখোন এতিয়া পিন্ধি আছে ! কথা কৈ থাকোঁতে কোন মুহূৰ্ত্তত মোজাযোৰ পিন্ধি পেলালে তাই গমকে নাপালে। কিন্তু ইমান সৰু মোজাযোৰ ন ফুট ওখ এজনী ছোৱালীয়ে কেনেকৈ পিন্ধিব পাৰে ? তাই তেনেহলে আকৌ সৰু হৈ গল ? টেবুলখনৰ সতে জুখিবলৈ তাই উঠি গল। তাইৰ অনুমান সঁচা। এতিয়া তাই দুফুটতকৈ বেচি ওখ নহয়। তেতিয়াও তাই চাপৰ হৈ গৈয়েই আছিল। হাতত লৈ থকা বিচনীখনৰ পৰাই যে তেনে হৈছে বুজিব পাৰি তৎক্ষণাত এলিচে বিচনীখন দলিয়াই পেলালে। শেষ মুহূৰ্ত্তত যেনিবা সৰু হৈ একেবাৰে নোহোৱা হোৱাৰ পৰা তাই ৰক্ষা পালে।

'কথমপিহে সাৰিলোঁ', এলিচে কলে। হঠাৎ হোৱা পৰিবৰ্ত্তনটোত ভীষণ ভয় খালেও তাই যে মানুহজনী এতিয়াও জীয়াই আছে, ভাবি এলিচে মনত ৰং পালে। 'এতিয়াহে বাগিছাখনৰ বাবে ঠিক হৈছোঁ' বুলিয়েই দুৱাৰখনৰ কাষলৈ তাই লৰ মাৰিলে। দুৱাৰখন তেতিয়াও বন্ধ। চাবিটোও টেবুলখনৰ ওপৰতেই পৰি আছে।

এলিচে ভাবিলে, 'এনেকুৱা বেয়া কাণ্ড আৰু ক'তো কাহানিও হোৱা নাই। আগেয়ে মই এনেকৈ শুকাই যোৱা মনত নপৰে। মই ঘোষণা কৰি দিম যে এনে কুৎচিৎ ঘটনা পৃথিবীত আৰু ঘটিব নোৱাৰে।'

কথা কৈ থাকোঁতেই এলিচে ভৰিৰে পিছল খাই জপংকৈ পানীত পৰি গল। লুণীয়া পানীত তাই থুতৰিলৈকে তল গল। এই লুণীয়া পানী ডোঙা প্ৰথমতে তাই সাগৰ বুলিহে ভাবিছিল। ন ফুট ওখ



হোৱাৰ সময়ত তাইৰ চকুৰ পৰাই কলহে কলহে পানী সৰি এই লুণীয়া পানী ডোঙাৰ সৃষ্টি হ'ল আৰু তাই যে নিজৰ চকুপানী ডোঙাৰ মাজতে এতিয়া নিজে ডুব গৈ আছে, এই কথা বুজিবৰ বাবে তাইক বৰ বেচি সময়ৰ প্ৰয়োজন নহল।

পানী ডোঙাত সাঁতোৰ মেলি ইফালে সিফালে বাট বিচাৰি তাই কলে, 'মই ইমান নকন্দা হলেই ভাল আছিল। কন্দাৰ শাস্তি স্বৰূপে নিজৰ চকুপানীত নিজে এতিয়া বুৰ গৈ থাকিব লাগিব! কম আচৰিত কথানে এইটো ? আজিৰ কোনটো কথা বাৰু আচৰিত নহয় ?'

তেনেতে পানী ডোঙাত কিবা এটাই খল্‌খলোৱা শুনি সেইফালে সাঁতুৰি গৈ তাই জন্তুটোৰ কাষ চাপিল। এইটো কি জন্তু হে ? জলহস্তী নেকি ? অ' নহয়, নিগনিহে। তাইৰ নিজৰ আকৃতিটো ইমান সৰু হ'ল যে নিগনিটোৱেই তাইৰ মানত এতিয়া জলহস্তী এটাৰ সমান।



নিগনিটোৰ লগত তাইৰ কথা পাতিবৰ মন গ'ল। কিন্তু নিগনি এটাৰ লগত কথা পতাৰ পৰা জানো কিবা লাভ হোৱাৰ আশা আছে ? কিন্তু এইখন দেশত অসম্ভৱ কথাবোৰো সম্ভৱ। নিগনি-

টোৱেও কথা কব যেন লাগে। এনেবোৰ কথা ভাবিয়েই এলিচে সুধিলে, 'অ নিগনি, এই জানটোৰ পৰা ওলাব পৰা কিবা বাট তুমি জানানে? ইয়াত সাঁতুৰি সাঁতুৰি মোৰ বৰ ভাগৰ লাগিছে!' নিগনিটোৱে মুখেৰে একোকে নামাতি কৌতুহলভৰা দৃষ্টিৰে তাইলৈ চাই তাৰ এখুদমান চকু এটা পিৰিকাই দেখুৱালে।

এলিচৰ ধাৰণা হ'ল যেন নিগনিয়ে তাইৰ ভাষাটো বুজিব পৰা নাই। সেই বাবে ফৰাচী ভাষাত তাই জনা একমাত্র বাক্যটো নিগনিটোৰ আগত উচ্চাৰণ কৰিলে। শুনিয়েই নিগনিটো ভয়ত ঠক্‌ঠক্‌কৈ কঁপিবলৈ ধৰিলে। এই অকণমান জীৱটোৰ মনত বেজাৰ দি বেয়া লগাত তাই কলে, 'মোক ক্ষমা কৰিবা নিগনি, তুমি যে মেকুৰী ভাল নোপোৱা, কথাটো মই একেবাৰে পাহৰি গৈছিলোঁ।'

খং আৰু ভয়ত কঁপি কঁপি নিগনিয়ে এলিচে কোৱা কথাখিনিকে দোহাৰি কলে, 'মেকুৰী ভাল নোপোৱা! তুমি মোৰ অৱস্থাত পৰা হলে মেকুৰী ভাল পালাহেতেন নে?'

ভালৰি লগোৱাৰ ইচ্ছাৰে এলিচে কলে, 'ময়ো চাগে ভাল নাপালোঁহেতেন। খং নকৰিবা দেই। আমাৰ ডিনা জনীক হে তোমাক দেখুৱাবৰ মন আছিল। তাইক দেখা হলে মেকুৰীৰ প্ৰতি থকা তোমাৰ গোটেই ধাৰণাটোৱেই সলনি হৈ গলহেতেন। তাই বৰ ভাল মেকুৰী জানা? জুইৰ কাষত ইমান মৰমলগাকৈ হাতোৰা চেলেকি মিউ-মিউকৈ তাই বহি থাকে! নিগনি ধৰাতো তাই বৰ পাকৈত।' নিগনিটোৰ গাৰ নোমবোৰ শিয়ৰি উঠিলত আকৌ তাই কলে, 'তুমি বেয়া পোৱা যদি তাইৰ কথা আমি আৰু নাপাতোঁ দেই।'

মূৰৰ পৰা ভৰিলৈকে কঁপি কঁপি নিগনিটোৱে কলে, 'আমি সেই বিষয়ে কথা পাতিম হে যেন! কেলেই নো পাতিম? আমাৰ গোটেই বংশটোৱেই মেকুৰীক ঘিন কৰে—আপচু, অধম, দুৰ্বৃত্ত! সেই নামটোও আনকি মোৰ আগত নলবা!'

কথা পতাৰ বিষয়টো সলনি কৰোঁ বুলি এলিচে কুকুৰৰ কথা



উলিয়ালে—'তুমি বাৰু কুকুৰ ভাল পোৱানে?' নিগনিটোৰ পৰা একো উত্তৰ নাহিল। এলিচে কৈ গল, 'আমাৰ ঘৰৰ কাষৰে এজন খেতিয়কৰ এটা বৰ ধুনীয়া কুকুৰ আছে। চকুবোৰ সৰু, উজ্জল। নোমবোৰ দীঘল, মুগাবৰণৰ। কিবা এটা বস্তু তাৰ আগলৈ দলিয়াই দিবা, ততালিকে সি বস্তুটো আনি তোমাক ঘুৰাই দিবহি। সি হেনো তাৰ গিৰিহঁতৰ এটাইবোৰ নিগনি মাৰি উজাৰ কৰিলে।'

নিগনিটোৱে পানীত খলখলাই আনফালেদি বেগাই সাঁতুৰি গুচি গৈছিল।

এলিচে কোমলকৈ মাত দিলে, 'আহা নিগনি, গুচি আহা। তুমি বেয়া পাইছা যদি কুকুৰ বা মেকুৰী, কাৰো কথাই আমি নাপাতো।' এলিচৰ কথাত নিগনিটো ঘূৰি আহিল। ভয়ত তাৰ মুখখন শেঁতা পৰিছিল। কঁপা মাতেৰে সি কলে, 'আমি পাৰলৈ যাওঁ ব'লা। কুকুৰ আৰু মেকুৰী মই কিয় বেয়া পাওঁ, গোটেই কাহিনীটো তোমাৰ আগত কম। তুমি তেতিয়াহে বুজিব পাৰিবা।'

সঁচাকৈ পাৰলৈ যোৱাৰ সময়ো হলহি। কাৰণ জানটো ইতিমধ্যে বহুবিধ চৰাই আৰু জন্তুৰে ঠাহ খাই পৰিল। সিহঁতৰ ভিতৰত আছিল পাতিহাঁহ, তাহানিৰ দিনৰে পক্ষীৰৰ ডোডো, লৰি, ঈগল পোৱালি আৰু অন্যান্য কেবাবিধো অদ্ভুত ধৰণৰ প্ৰাণী।

এলিচে বাট দেখুৱাই দিলে। গোটেই দলটো সাঁতুৰি পাৰ পালেহি।

# ককাচ চেঁকুৰ আৰু এটা দীঘল কাহিনী

পাৰত জুম বন্ধা প্ৰাণীবোৰ দেখাত সঁচাকৈয়ে অতি আচৰিত ধৰণৰ। আটাইবোৰ পানীত তিতা; আটাইবোৰ গম্ভীৰ। কাৰো মনত উৎসাহ নাই। প্ৰত্যেকেই মনত অস্বস্তি অনুভৱ কৰিছে।

কেনেকৈ নিজ নিজ শৰীৰবোৰ শুকুৱাব পৰা যায়, সেয়ে আছিল সিহঁতৰ আলোচনাৰ প্ৰথম আৰু প্ৰধান বিষয়। এলিচে সিহঁতৰ লগত অনায়াসে কথা পাতিব পাৰিলে। সিহঁত যেন তাইৰ বহুত দিনৰ চিনাকি।

ওপৰোক্ত বিষয়টোৰ ওপৰত এলিচে পক্ষীবৰ ডোডোৰ আগত এটা দীঘল যুক্তি দাঙি ধৰিলে। কিন্তু সি অসন্তুষ্ট হৈ কলে, 'তোমাতকৈ মই বয়সত ডাঙৰ আৰু কথাও বেচি জানো।' এলিচো শুদাই এৰা বিধৰ নহয়। তাৰ বয়স কিমান তাই সুধিলে। পক্ষীবৰে বয়সটো কবলৈ ভাল নেপালে।

নিগনিটোৱে যথেষ্ট প্ৰভুত্ব খটুৱাই কলে, 'তোমালোক আটাই-বোৰ বহি যোৱা আৰু মোৰ কথা শুনা। মই অবিলম্বে তোমালোকৰ গা শুকাবৰ দিহা কৰিম।'

নিগনিটোৰ চাৰিওকাষে প্ৰাণীবোৰ ঘূৰণীয়া হৈ বহিল। এলিচে একান্ত মনোযোগেৰে তাৰ কথাবোৰ শুনিবলৈ ধৰিলে। কাৰণ গাটো নুশুকালেই মহা বিপদ মিলিব। পানী লাগি তাইৰ জ্বৰ উঠিব পাৰে।

নিজকে বৰ জনাটো দেখুৱাই নিগনিটোৱে কলে, 'তোমালোক সাজু নে? কথা শুনি যাওঁতে কোনেও মুখেৰে এটাও শব্দ উচ্চাৰণ নকৰিবা। এতিয়া শুনাহঁক। দিগ্বিজয়ী উইলিয়ামে শীঘ্ৰে





ইংলণ্ডৰ বশ্যতা স্বীকাৰ কৰিলে। ইংৰাজ জাতিয়ে এজন নেতা বিচাৰি ফুৰিছিল।.........'

'ওঁহ' বুলি লৰিয়ে গাটো এবাৰ জোকাৰ মাৰি বিৰক্তিসূচক শব্দ এটা উচ্চাৰণ কৰিলে।

নিগনিটোৰ খং উঠিছিল। তথাপি সি খঙটো দমাই ৰাখি নম্রভাবে কলে, 'কিবা কব খুজিছিলানেকি তুমি ?'

'একো কব খোজা নাই।' লৰিয়ে কলে।

'অ' মই আকৌ তুমি কিবা কব খুজিছিলা বুলিহে ভাবিছিলোঁ' —এইবুলি কৈয়েই নিগনিটোৱে পুনৰ বুৰঞ্জীৰ কাহিনী কবলৈ ধৰিলে। 'বন্ধু, তোমাৰ এতিয়া কেনে লাগিছে ?' নিগনিটোৱে এলিচৰ ফালে চাই সুধিলে।

'আগৰ দৰে গাটো তিতি আছে। এই উপায়েৰে শুকাব নোৱাৰিম হবলা।'—এলিচে দুখেৰে উত্তৰ দিলে।

এইবাৰ পক্ষীবৰ ডোডো বহাৰ পৰা উঠিল আৰু গহীনাই মাত লগালে—'যদি সেয়ে হয়, তেনেহলে আৰু বেচি শক্তিশালী প্রতিকাৰৰ উপায় এটা আমাক লাগে। এই সভাই তাৰে এটা উপযুক্ত ব্যৱস্থা হাতত লোৱা উচিত হব।'

পক্ষীবৰ ডোডোৱে কথাবোৰ ভুল ভুলকৈ কোৱাত বাকীবোৰ চৰাই-চিৰিকতিয়ে মনে মনে হাঁহিছিল। মনৰ অসন্তুষ্টি ঢাকি ৰাখি সি কলে, 'মোৰ বিশ্বাস, ককাচ চেঁকুৰৰ সমান উত্তম উপায় আন একোৱেই নাই। এই চেঁকুৰটোৱেই গাবোৰ শুকুৱাই আগৰ দৰে কৰিব।'

কোনোবাই যেন তাক কিবা এটা সোধক, এনে এক ভঙ্গী পক্ষীবৰৰ মুখমণ্ডলত প্রকাশ পোৱা দেখি এলিচে সুধিলে, 'ককাচ চেঁকুৰ মানে কি ?'

ডোডোৱে উত্তৰ দিলে,—'ইয়াক কার্য্যত পৰিণত কৰাৰ যোগেদিহে বুজাব পৰা যাব।'



পক্ষীবৰ ককাচ চেঁকুৰৰ বাবে সেই মুহূৰ্ত্তৰ পৰা অতীব ব্যস্ত হৈ উঠিল। প্রথমতে সি চেঁকুৰটোৰ বাবে ঘূৰণীয়া ধৰণৰ সীমা এটা নির্দ্ধাৰণ কৰিলে। সীমাটো হেনো আচল জোখমতে নহলেও কাম চলিব। সীমাটো টানি লোৱাৰ পাচত গোটেই দলটোকে সীমাটোৰ ওপৰত অ'ত ত'ত থিয় হবলৈ নির্দ্দেশ দিয়া হল। 'লৰ মাৰা— এক, দুই, তিনি'—বুলি কোৱাৰো তাত একো প্রয়োজন নাই। যাৰে মন যায় সেয়ে লৰিব। যাৰে মন যায় সেয়ে বৈ দিব। সেইকাৰণে খেলটোৰ আদি অন্ত ধৰা টান।

সিহঁতে তেনেকৈয়ে আধাঘণ্টামান লৰি-ধাপৰি ফুৰাৰ পাচত পক্ষীবৰে হঠাৎ কলে, 'এতিয়া খেলা শেষ হ'ল।' তাৰ চাৰিওফালে জুম বান্ধি খেলুৱৈ বিলাকে ফোঁপাই ফোঁপাই সুধিলে, 'কোন জিকিল ?'

গভীৰ ভাবে চিন্তা নকৰাকৈ পক্ষীবৰে সেই প্রশ্নৰ উত্তৰ দিব নোৱাৰে। কপালত এটা আঙুলি থৈ বহুপৰ বহি বহি সি ভাৱনাত মগ্ন হ'ল। বাকী আটাইবোৰে উত্তৰৰ বাবে নীৰবে অপেক্ষা কৰিলে। অৱশেষত সি উত্তৰ দিলে—'প্রত্যেকেই জিকিল আৰু প্রত্যেককে পুৰস্কাৰ দিয়া হব।'

'কিন্তু পুৰস্কাৰ দিব কোনে ?'—আটাইবোৰে একেলগে সুধিলে।

ডোডোৱে এলিচৰ ফালে আঙুলিয়াই কলে, 'কিয় ? তেওঁ আছে নহয়। তেৱেঁই দিব।'

মুহূৰ্ত্ততে গোটেই দলটোৱে এলিচৰ চাৰিওফালে বেৰি ধৰি 'পুৰস্কাৰ দিয়া, পুৰস্কাৰ দিয়া,' বুলি তাইক হায়ৰাণ কৰিলে।

এলিচে কি কৰিব কি নকৰিব ভাবি হতাশ হৈ জেপত হাত সুমুৱাই এটা লুজেনৰ টেমা উলিয়াই সিহঁতৰ মাজত বিলাই দিলে। গাই প্রতি কোনোমতে এটাকৈহে পৰিল।

নিগনিটোৱে তেতিয়া মাত লগালে, ‘তেওঁ এটা পুৰস্কাৰ পোৱা উচিত হব। তোমালোকে কি কোৱা?’

পক্ষীবৰে গহীনাই উত্তৰ দিলে, ‘ঠিক কৈছা।’

এইবাৰ এলিচৰ ফালে চাই সি সুধিলে, ‘তোমাৰ জেপত আৰু কিবাকিবি আছে নেকি?’

দুখেৰে এলিচে উত্তৰ দিলে, ‘চিলাই কৰিবৰ সময়ত আঙুলি মূৰত লগাই লোৱা অকণমান টুপ এটাহে আছে।’



আনন্দ মনে পক্ষীবৰে কলে, ‘সেইটোকে তেনেহলে মোক দিয়া।’ সি উপহাৰ প্ৰদান কৰা চাবলৈ আটাইবোৰে এলিচক বেৰি ধৰিলে। সি আকৌ কলে, ‘এই সামান্য বস্তুটোকে উপহাৰ বুলি গ্ৰহণ কৰিবলৈ আমি তোমাক অনুৰোধ কৰিছোঁ।’

সকলোৱে হৰ্ষধ্বনি কৰিলে।

এই গোটেই ঘটনাটোকে এলিচৰ অবান্তৰ যেন লাগিছিল।



কিন্তু হাঁহিবলৈ তাইৰ অকণো সাহস নহল; কাৰণ বাকী আটাই-বোৰ তেতিয়া অত্যন্ত গহীন হৈ আছে। উত্তৰ দিবলৈ একো নেপাই তায়ো সিহঁতৰ দৰে গহীন হবলৈ চেষ্টা কৰি বিনীত ভাবে মূৰ দোঁৱাই উপহাৰটো গ্ৰহণ কৰিলে।

ইয়াৰ পিচত যেতিয়া লুজেন খোৱাৰ সময় আহিল তেতিয়া এটা ডাঙৰ হুলস্থুলৰ সৃষ্টি হ’ল। লুজেন খাই একো সা-সোৱাদ নাইপোৱা বুলি ডাঙৰ চৰাইবিলাকে এটাৰ পিচত এটাকৈ অভিযোগ তুলিলে। সৰু সৰু চৰাইবোৰৰ ডিঙিত লুজেনবোৰ লাগি ধৰাৰ বাবে সিহঁতৰ পিঠিত ঢকিয়াব লগীয়া হল।

অৱশেষত কোনোৰকমে খোৱা-বোৱা শেষ কৰি সিহঁত আকৌ ঘূৰণীয়াকৈ বহিল। আৰু আটায়ে নিগনিটোক কিবা এটা কবৰ বাবে অনুৰোধ জনালে।

প্ৰথমতে এলিচেই নিগনিটোক কলে, ‘তোমাৰ কাহিনীটো যে মোৰ আগত কম বুলি কথা দিছিলা, মনত আছেনে নাই?’ তাই উঠি গৈ তাৰ কাণত ফুচফুচাই সুধিলে, ‘তুমি বাৰু মেকুৰী আৰু কুকুৰক কিয় বেয়া পোৱা?’

এলিচৰ কথা শুনি নিগনিটোৱে এলিচৰ ফালে চাই এটা দীঘল হুমুনিয়াহ কাঢ়ি কলে, ‘মোৰ নিজৰ কাহিনীটো বৰ দীঘল আৰু দুখলগা।’

এলিচে ‘নিজৰ’ শব্দটো ‘নেজৰ’ বুলি শুনিলে।

বৰ আচৰিত হৈ তাই ভাবিলে, ‘নেজৰ কাহিনীটো দীঘল আৰু দুখলগা! কিন্তু কিয়? নেজ ডাল খুব দীঘল, সেইটো বাৰু সঁচা; কিন্তু দুখলগা হল কেনেকৈ?’

সেই কথাটোকে ভাবি ভাবি তাইৰ ভাৱনাত আউল লাগিল। নিগনিটোৱে কিবাকিবি কথা কৈ আছে আৰু তাই নিজে ‘দুখলগা’ নেজডালৰ বিষয়ে এইদৰে কল্পনা কৰি আছে ঃ

ফিউবি নামৰ কুকুৰ এটাই
এঘৰত পুৱাতেই লগ পাই
এটা নিগনিক কলে,
'বলাচোন আমি দুয়ো
কাছাৰীলৈ যাওঁ,
গোচৰ দাখিল কৰোঁ
বিৰুদ্ধে তোমাৰ !
আহাঁ, তোমাক
নেৰিছোঁ আজি।
তাতে এই পুৱা
বেলা মোৰ
আন কাম
নাই। বিচাৰ
আমাৰ নিশ্চয়
লাগিব হব।'
নিগনিয়ে কলে,
'কিন্তু ডাঙৰীয়া,
জজ নাই,
জুৰী নাই,
এনে কুৱা
বিচাৰৰ
কথা হায়
ভাবিলেও
প্ৰাণবায়ু
যায়।'
কলে
দুষ্ট বুঢ়া
কুকুৰে,
'ময়েই
জজ,
ময়েই
জুৰী,
গোচৰ
ময়েই
বিচাৰ
কৰি
তোমাক
দিম
ফাঁ
চী।'



ঠিক সেইখিনি সময়তে নিগনিটোৱে এলিচৰ ফালে চাই খঙেৰে কলে, 'তুমি মোৰ কথাত সমূলিকে কাণ দিয়া নাই। কি ভাবি আছা ?'

এলিচে সুধিলে, 'তুমি 'নেজডাল'ৰ পাচ নম্বৰ ভাজটোৰ কথা কৈ আছিলা নেকি ?'

নিগনিটোৱে এইবাৰ খঙেৰে কলে, 'এনেকুৱা অৰ্থহীন কথা সুধি মোক অপমান কৰিছা, নহয়নে ?'—এইবুলি সি যাবলৈ থিয় হ'ল।

এলিচে উত্তৰ দিলে, 'মই তোমাক অপমান কৰাৰ কথা একেবাৰেই ভবা নাই। তোমাৰ অলপতে জগৰ লাগে, বুজিছা !'

নিগনিটো খঙত গোঁ-গোঁৱাই তাৰপৰা গুচি গল।

এলিচে হাত যোৰ কৰি কাতৰভাবে অনুৰোধ জনাই গল্পটো শেষ কৰি যাবলৈ তাক মাতিলে। বাকীবোৰেও তাক মাতিলে। কিন্তু নিগনিটোৱে খঙত অধীৰ হৈ মূৰ আছাৰি আছাৰি কোবেৰে তাৰপৰা গুচি গল।

নিগনিটো যেতিয়া চকুৰ আঁৰ হল, তেতিয়া প্ৰত্যেকেই কিবা নহয় কিবা এটা মন্তব্য প্ৰকাশ কৰিলে। বুঢ়ী কেঁকোৰাজনীয়ে জীয়েকৰ ওচৰ চাপি কলে, 'দেখিছানে মোৰ আইজনী, খং কৰা কিমান বেয়া।'

মুখত এটা গম্ভীৰ ভাব প্ৰকাশ কৰি এলিচে কলে, 'আমাৰ ডিনা ইয়াত এতিয়া থকা হলে তাক তৎক্ষণাৎ ঘূৰাই আনিলেহেতেন।'

পক্ষীবৰে সুধিলে, 'ডিনা নো কোন ? মই সুধিব পাৰোঁনে ?'

অত্যন্ত আগ্ৰহেৰে তাই উত্তৰ দিলে, 'ডিনা হল আমাৰ মেকুৰী জনীৰ নাম। নিগনি ধৰাত তাই বৰ ডাইল। চৰাই পোৱালি এটা দেখা মাত্ৰকে তাই চকুৰ পচাৰতে জাপ মাৰি গৈ থাপ মাৰি ধৰি আনে।'

এলিচৰ এই কথাখিনিয়ে দলটোৰ মাজত হঠাতে যথেষ্ট চাঞ্চল্যৰ সৃষ্টি কৰিলে। ভয়ত কঁপি কঁপি কিছুমান চৰাই মুহূৰ্ত্ততে তাৰ পৰা

পলাই গল। নিজৰ পাখিৰে ডিঙিটো মেৰিয়াই লৈ এটা বুঢ়া চৰায়ে করুণ মাতেৰে কলে, 'মই ঘৰলৈকে যাওঁগৈ। নিশাৰ বতাহ জাক মোৰ ডিঙিৰ বাবে বৰ ভাল নহয়।' আন এটা চৰায়ে পোৱালি-বোৰক মাতি আনি কলে, 'মইনাহঁত, পলম নকৰিবি, উঠ। তহঁতৰ শুবৰ সময় হ'ল।'

খুব কম সময়ৰ ভিতৰতে বাৰবুৰি চেলু উলিয়াই আটাইবোৰ চৰায়েই লৰালৰিকৈ তাৰ পৰা গুচি গল। মাত্র থাকিল এলিচ সম্পূর্ণ অকলশৰীয়া হৈ!

বেজাৰ কৰি এলিচে নিজকে কলে, 'ডিনাৰ নাম মই উল্লেখ নকৰা হলেই ভাল আছিল।' তাই কান্দিবলৈ ধৰিলে।

অলপ সময়ৰ পাচতে এলিচে পানীত কোনোবা অহাৰ শব্দ শুনিলে। অতি হেঁপাহেৰে তাই নিগনিটো ঘূৰি আহিছে বুলি মূৰটো দাঙি চালে।

## শহাই পঠোৱা বিল

বগা শহাটো এতিয়া আকৌ ঘূৰি আহিছে। ইফালে সিফালে ব্যস্তভাবে সি ঘূৰি পকি চাবলৈ ধৰিলে। দেখিলেই বুজিব পাৰি যে সি কিবা এটা হেৰোৱা বস্তু বিচাৰি ফুৰিছে। তাৰ মুখত ভয় আৰু আতঙ্কৰ ভাৱ ফুটি উঠিল। মুখৰ ভিতৰতে সি বিৰবিৰালে, 'আই ঔ মোৰ হাতোৰা; আই ঔ মোৰ দাড়ি-গোফ, বাকলি! মই এইবাৰ ভালকৈয়ে ধৰা পৰিলোঁ! জমিদাৰণীৰ হাতত মোৰ প্ৰাণ যাবই! হায়, সেই বস্তু কেইটা মই ক'ত হেৰুৱালোঁ!'

তাৰ হায়ে-বিয়েখন দেখি এলিচে অনুমান কৰিলে যে সি বিচনী-খন আৰু বগা হাতমোজা যোৰকে বিচাৰি তেনেখন কৰিছে। ব্যস্ত ভাবে তায়ো বস্তুকেইটা বিচৰাত লাগিল। কিন্তু এটা বস্তুও বিচাৰি নাপালে। সেই পানীডোঙাত সাঁতোৰাৰ পাচত আটাইবোৰ যেন ওলট-পালট হৈ গল। সেই ডাঙৰ ঘৰটো, ভিতৰৰ আইনাৰ টেবুল আৰু দুৱাৰখন এটাও এতিয়া আগৰ ঠাইত নাই। তাই বিবুদ্ধি হল। খন্তেক পাচতে শহাটোৱে এলিচক সন্মুখত দেখি খঙেৰে সুধিলে, 'মেৰিএন্, তই ইয়াত কি কৰিছ? লৰ মাৰি গৈ এতিয়াই ঘৰৰপৰা মোৰ বিচনীখন আৰু মোজাযোৰ বিচাৰি লৈ আহগৈ।'

এলিচে ভয়ানক ভয় খাই শহাটোৱে আঙুলিয়াই দিয়াৰ ফালে লৰ মাৰিলে। তাৰ ভুল শুধৰাই দিবলৈ তাই অকণোকে সময় নাপালে আৰু যত্নও নকৰিলে। লৰি গৈ থাকোঁতেই তাই ভাবিছিল যে শহাটোৱে নিশ্চয় তাইক তেঁাৰ ঘৰৰ চাকৰণী এজনী বুলি ভাবিহে তেনেদৰে নির্দ্দেশ দিছিল। কিন্তু প্ৰকৃত কথাটো জানিব পাৰিলে সি জানো সঁচাকৈ কম আচৰিত হব?

শহাটোৰ ঘৰটো সৰু আৰু চাফ-চিকুণ। এখন দুৱাৰত পিতলৰ ফলিত পৰিষ্কাৰ ভাবে তাৰ নাম লিখা আছে। মেৰিএন্ নামৰ ছোৱালীজনীয়ে লগ পাই বুলি তাই দুৱাৰত টোকৰ নমৰাকৈয়ে বিস্মিতভাবে ভিতৰলৈ সোমাই গল। সেইখিনি সময়ত তাই এটা কথা মাত্র ভাবিছিল: শহাপহু এটাৰ হুকুমত কোনোবা মানুহ এনেকে লৰি আহেনে?

ঘৰটোৰ ওপৰ মহলাৰ অকণমান কোঠা এটাৰ মেজখনৰ পৰা এযোৰ হাতমোজা আৰু এখন বিচনী হাতত লৈ ওলাই যাব খোজোঁতেই এলিচে সেই মেজৰ ওপৰতে এটা বটল দেখিলে। 'মোক খোৱা' বুলি তাত একো লিখি থোৱা নাছিল যদিও বটলটো তাই মুখত বাকি দিলে।

এলিচৰ আচলতে কিবা এটা খাই ডাঙৰ হবলৈ বৰ মন গৈছিল।

তাই যি ভাবিছিল সেইমতেই কিন্তু কাম হল। বটলৰ ভিতৰত থকা বস্তুখিনিৰ আধা ভাগমান খাওঁতেই তাই আচৰিত ধৰণে ওখ হবলৈ ধৰিলে। খন্তেকৰ ভিতৰতে তাইৰ মূৰটো ঘৰৰ চালত খুন্দা খালেগৈ। ডিঙিটো ভগাৰ ভয়ত তাই চাপৰি দিলে। তেতিয়াই বটলটো মাটিত থৈ তাই নিজকে কলে, 'হৈছে, হৈছে! ঢেৰ হৈছে। এনেকুৱা এটা অদ্ভুত ঘৰৰ ভিতৰত এনেকৈ ডাঙৰ হবলৈ মোৰ সমূলি মন নাই।'

কিন্তু তাই আৰু ওখ হবলৈহে ধৰিলে। ইমান বেচিকৈ ওখ হবলৈ ধৰিলে যে ঘৰৰ মজিয়াত আঁঠু কাঢ়ি থাকিবলৈয়ো আনকি কোঠাটোত ঠাই নোহোৱা হল। এখন হাতেৰে দুৱাৰত শৰীৰৰ সৰ্ব্বশক্তিৰে হেঁচি ধৰি আনখন হাত তাই খিৰিকীৰে বাহিৰলৈ উলিয়াই দিলে। এটা ভৰি তুলি থলে চিমনীটোৰ ওপৰত। তাই ভাবিলে: আৰু এক-ইঞ্চিমান বাঢ়ি গলেও তাত থকাটোৱেই একেবাৰে অসম্ভৱ হৈ উঠিব।

এলিচৰ ভাগ্য ভাল আছিল। সিমানতে তাই ৰক্ষা পৰিল।



কিন্তু বহুত সময় ইফালে সিফালে চাই আৰু ভাবিচিন্তি ঘৰটোৰপৰা ওলাই যোৱাৰ কোনো উপায় তাই বিচাৰি নাপালে। তাই অতিকৈ ভাগৰি পৰিল আৰু ভাবিলে যে নিজৰ ঘৰত সোমাই থকাই মঙ্গল। কাৰণ নিজৰ ঘৰত হঠাৎ ডাঙৰ হোৱা আৰু হঠাৎ সৰু হোৱা ধৰণৰ আচৰিত ঘটনাবোৰ ঘটি নেথাকে। নিগনি আৰু শহাপহুৱে মানুহৰ ওপৰত হুকুম জাৰি কৰিব নোৱাৰে। তাই নিজকে কলে, 'শহাপহুৰ গাঁতটোৰেদি মই এতিয়াই বাহিৰলৈ ওলাই যামগৈ। ইয়াত এইদৰে সোমাই থাকি মোৰ অকণো ভাল লগা নাই। আজিৰ এই দিনটোত ইটোৰ পিচত সিটোকৈ ইমানবোৰ ঘটনা ঘটিছে যে ডাঙৰ হলে সেইবোৰকে লৈ মই কিতাপ লিখিব পাৰিম। কিন্তু মইতো ডাঙৰ হলোঁৱেই। ইমান ডাঙৰ কোঠা এটাতো মই দেখোন নধৰা হলোঁ।'

এলিচে বিৰক্তিত গাটো ইকাটি সিকাটি কৰিবলৈ ধৰিলে। এনেতে চিৰিৰ ওপৰত কাৰোবাৰ খোজৰ শব্দ শুনি তাই ভাবিলে যে শহাটোৱে নিশ্চয় তাইকে বিচাৰি আহিছে।

অত্যন্ত ভয়ত এলিচ ঠক্ ঠক্কৈ কঁপিবলৈ ধৰিলে। তাইৰ গাৰ কঁপনিৰ লগে লগে গোটেই ঘৰটো কঁপিবলৈ ধৰিলে। এটা কথা তাই পাহৰি গল যে শহাটোলৈ ভয় কৰাৰ তাইৰ কোনো কাৰণেই নাই। কাৰণ তাই এতিয়া তাতকৈ হাজাৰ গুণে ডাঙৰ।

শহাটোৱে দুৱাৰখন খুলিব নোৱাৰি নিৰুপায়ত পৰিল। এলিচৰ হাতখনে দুৱাৰখন এনেদৰে হেঁচি ৰাখিছিল যে খোলাটো দূৰৰে কথা, সি লৰাবই নোৱাৰিলে। খিৰিকীৰে ভিতৰ সোমাওঁ বুলি শহাটো আহি খিৰিকীৰ কাষত থিয় দিয়া মাত্রকে এলিচে তাক হাতেৰে খামোচ মাৰি ধৰিব খুজিলে; কিন্তু ধৰিব নোৱাৰিলে। এটা ক্ষীণ আৰ্ত্তনাদ কৰি সি পৰি গল। এলিচৰ কাণত পৰিল আইনা ভগাৰ শব্দ।

শহাটোৱে খঙেৰে মাত দিলে, 'পেট্‌পেট্, তই কত আছ?'





'মই ইয়াতে আপেল খান্দি আছোঁ দেউতা।'—ৰাজহাঁহে উত্তৰ দিলে।

'নেলাগে আপেল খান্দিব। মোক দাঙি ধৰহি আহ।'

নতুনকৈ আইনা ভগাৰ শব্দ এলিচৰ কাণত পৰিল।

শহা : বাৰু পেট্‌পেট্‌, খিৰিকীত সৌটো কি তই দেখিছনে?

হাঁহ : এইখন এখন হাত দেউতা।

শহা : হাত? ৰাজহাঁহ কৰবাৰ? এনেকুৱা হাত তই কৰবাত দেখিছনে? গোটেই খিৰিকীখন জুৰি আছে!

হাঁহ : হয় দেউতা। গোটেইখন খিৰিকী জুৰি থাকিলেও সেইখন হাতেই। আন একো নহয়।

শহা : হাতখন তাত থকাৰ কোনো প্ৰয়োজন নাই। তুৰন্তে উলিয়াই লৈ আহ।

তাৰ পিচত কাঁহ পৰি জীন্‌ যোৱাৰ দৰে ঠাইখন নীৰব হল। সিহঁতে ফুচফুচাই কথা পতা এলিচে শুনি আছিল।

: ওঁহো, তেনে কাম মই কৰিব নোৱাৰোঁ, দেউতা।

: ভয়াতুৰ কৰবাৰ, মই যি কৈছোঁ, তাকে কৰ।

সিহঁতেনো কি কৰিব খুজিছে, এলিচে তত ধৰিব নোৱাৰিলে। তাইৰ কাণত সেই সময়ত বাজি উঠিছিল চলন্ত গাড়ী এখনৰ চকাৰ ঘৰঘৰণি শব্দ। খন্তেক পাচতে অনেক কিবাকিবিৰ সান-মিহলি মাতে ঠাইখনৰ নীৰবতা সম্পূৰ্ণৰূপে ভঙ্গ কৰি দিলে।

ওপৰা-উপৰিকৈ অনেকেই অনেক কথা কৈছিল। তাৰে কেইষাৰ মান কথা উফৰি আহি এলিচৰ কাণতো সোমাল। কথাবোৰ এনে ধৰণৰ : 'ইডাল জখলা কত?' 'কিয় মোক এডালহে আনিবলৈ দিছিলা। আৰু এডাল জখলা আছে। পিচে সেইডাল বিলৰ।' 'বিল, বোপাইটো, জখলাডাল লৈ আহাঁ। এইখিনিতে থোৱাচোন!' 'চেঃ তোমালোকে জনা নাই। আটাই-কেইডাল জখলা একেলগে বান্ধাচোন। বান্ধিলেনো কি হব?

আধাখিনিকে ঢুকি নেপাবগৈ।' 'এঃ কিনো কথা কোৱা! হব হব, বান্ধা; এইবোৰেই আঁটিব। বিল, এই ৰচি ডাল ধৰি থাকচোন।' 'পিচে এটা কথা নহয়, ঘৰটোৰ চালখনে ভিৰ সহিব পাৰিব জানো? সেই পাতচলা খহি আহিব চাবা। ঢিলা হৈ আছে। অঃ, খহি আহিলেই চোন!' 'আঁতৰ হোৱা, আঁতৰ হোৱা, গুচা; তলমূৰ কৰা।'

কথাবোৰৰ মাজতে এটা প্ৰকাণ্ড শব্দ এলিচে শুনিবলৈ পালে। এলিচে আকৌ শুনা পালে—'কামটো কোনে কৰিলে?' 'বিলৰ বাহিৰে আৰু তেনে কাম কৰোঁতা আছেনো কোন?' 'এতিয়া চিমনীটোৰ ভিতৰলৈ কোন সোমাব?' 'মই নোৱাৰোঁ দেই, তুমি যোৱা।' 'তুমি যদি নোৱাৰা, ময়ো নোৱাৰোঁ।' 'গৰাকীয়ে কৈছে যেতিয়া বিল, তয়েই চিমনীটোৰ ভিতৰলৈ সোমাব লাগিব।'

চিমনীটোৰ চুঙাইদি বিল ঘৰটোৰ ভিতৰত প্ৰবেশ কৰাৰ সময়লৈ এলিচে অপেক্ষা কৰি ৰল। চিমনীটোৱো যিহে অকণমান, তাই গোৰ মাৰি ভাঙি পেলাব পাৰে। ভৰিটো অলপ তললৈ নমাই তাই সাজু হৈ আছে। চিমনীটোৰ ভিতৰত কিবা এটাই খোচ-মোচোৱা শুনা মাত্ৰকে গাৰ জোৰেৰে তাতে এটা গোৰ মাৰি দিলে।

বাহিৰত সকলোৱে সমবেত কণ্ঠে গালে: 'বিলে তালৈ কৰিলে গমন!' কেইটামান মুহূৰ্ত্তৰ নীৰবতাৰ পাচত আকৌ হুলস্থূল লাগি গল।—'তাৰ মূৰটো দাঙি ধৰা। মদ আনা। তাক এইদৰে আগুৰি নধৰিবাচোন! তাৰ গাত অলপ বতাহ লাগক।......এতিয়া ভাই, কোৱাচোন কি হৈছিল?'

অৱশেষত দুৰ্ব্বল মাতেৰে বিলে উত্তৰ দিলে—'মই গাটো এতিয়াহে অলপ ভাল পাইছোঁ। কি হ'ল মই তৰ্কিবই নোৱাৰিলোঁ। কিবা এটাই মোক খেদি আহিছিল।'

শহাটোৱে খঙেৰে কলে, 'তেনেহলে ধৰ, ঘৰটোকে জুই লগাই দিওঁ।'



শহাটোৰ কথা শুনি এলিচে ডাঙৰকৈ কলে, 'ঘৰত জুই লগালে মই কিন্তু ডিনাক লগাই দিম।'

কথাষাৰ শুনিয়েই হবলা বাহিৰত আটাইবোৰে নিতাল মাৰি ৰল। মুখৰ মাত-বোল হৰিল। বহুপৰৰ নীৰবতাৰ পাচত শহাটোৱে কলে, 'প্ৰথমতে এগাড়ী হলেই হব।'

'এগাড়ী মানে?' এলিচে ভাবিলে।

খন্তেকৰ ভিতৰতে জাউৰিয়ে জাউৰিয়ে সৰু সৰু শিলগুটি খিৰিকীত পৰিবলৈ ধৰিলে। কিছুমান তাইৰ গালে মুখে লাগিল। কিছুমান শিলগুটি মজিয়াত পৰি ৰল। কিন্তু মজিয়াত পৰা মাত্ৰকে শিলগুটিবোৰ সৰু সৰু একোটি পিঠাত পৰিণত হল। এলিচে বুজিলে যে তাৰে এটা পিঠা খালেই তাইৰ গাৰ কিবা এটা পৰিবৰ্ত্তন হব।

পিঠাটো খাই থাকোঁতেই তাইৰ গাটো ক্ৰমে সঙ্কুচিত হৈ আহিল। দুৱাৰখনেদি সৰকিব পৰা হোৱা মাত্ৰকে তাই বাহিৰলৈ মাৰিলে লৰ। বাহিৰত তেতিয়া অসংখ্য ক্ষুদ্ৰ জন্তু আৰু চৰাই-চিৰিকতিয়ে অধীৰ ভাবে অপেক্ষা কৰি আছিল।

এলিচে বাহিৰত বিলক দেখা পালে। মহাশক্তিমন্ত দুঃসাহসী বিল যে মাত্ৰ এটা অকণমান জেঠী, বুজিব পাৰি তাইৰ হাঁহি উঠিল। বিলক মাজতে বহুৱাই দুয়োকাষে দুটা গাহৰিয়ে আলফুলকৈ ধৰি বটল এটাৰ পৰা কিবাকিবি তাৰ মুখত বাকি আছিল। তাইক দেখা মাত্ৰকে সিহঁতে তাইলৈ চোঁচা ললে। প্ৰাণ টাঁকি চেঁকুৰ মেলি তাই এখন হাবিত সোমালগৈ।

হাবিখনত অনাই বনাই ঘূৰি ফুৰোঁতে তাই কেৱল দুটা কথা ভাবি আছিল। প্ৰথম, নিজৰ আচল জোখটোলৈ তাই কেনেকৈ আহিব পাৰিব! দ্বিতীয়, সেই ধুনীয়া ফুলনিখনৰ মাজলৈ তাই কি উপায়েৰে যাব পাৰিব! কিন্তু উপায় যে একোৱেই নাই!

হাবিৰ মাজে মাজে উদ্বিগ্নমনে ঘূৰি ফুৰোঁতে এলিচে এটা শকত

নোদোকা কুকুৰ-পোৱালি লগ পালে। দেখিয়েই তাক সুহুৰিয়াই মাতি মৰম কৰিবৰ মন গ'ল। নিজৰ অতৰ্কিতে এলিচে হাতত



এডাল এছাবি তুলি ললে। কুকুৰ পোৱালিটোৱে গেঙেৰি দি এছাবি ডালৰ সতে যুঁজিবলৈ ধৰিলে। তাৰ ভৰিৰ গচকত চেপেটা হোৱাৰ ভয়ত এছাবি ডাল হাতৰ পৰা দলিয়াই পেলাই কাঁইটীয়া গছ এজোপাৰ আঁৰত এলিচ লুকাই থাকিল। অৱশেষত কুকুৰ-পোৱালিটোৱে যেতিয়া ভাগৰত জিভাখন উলিয়াই আধামুদা চকুৰে বহি লৈ কোঁপাবলৈ ধৰিলে, তেতিয়াহে ছেগ চাই সেই ঠাইৰ পৰা তাই লৰ মাৰি আঁতৰি আহিল।



দূৰৈত কুকুৰটোৰ মাত এতিয়া ৰিণিকি ৰিণিকেহে শুনা যায়। এজোপা গছত আঁউজি পাতেৰে বিচি বিচি তাই ভাবিবলৈ ধৰিলে, 'মই আগৰ সমানজনী হৈ থকা হলে কুকুৰ-পোৱালিটোক কিমান খেলাৰ কিটিপ্ শিকাব পাৰিলোঁহেতেন! সেইবোৰ কথা বাৰু বাদ দিওঁ এতিয়া। কেনেকৈ আগৰ জোখলৈ আহিব পাৰোঁ, তাৰহে চিন্তা কৰোঁ। পনীয়া বা গোটা—যি কোনো এবিধ বস্তু পালেই খোৱা উচিত হব! পিচে সেই বস্তুটোনো বা কি? পামেই বা কত?'

কিন্তু তাত খোৱা বস্তু একো নাই। চাৰিওফালে কেৱল গছ-লতা-পাত! সেইবোৰ খোৱা উচিত নহব। এবাৰ এজোপা ডাঙৰ কাঠফুলা তাইৰ চকুত পৰিল। ওচৰলৈ আহি কাঠফুলাটোৰ দুয়ো দাঁতি আৰু তলখন ভালকৈ চালে। তাৰ পাচত ওপৰত কি আছে চাবৰ মনেৰে ভৰিৰ বুঢ়া আঙুলিৰ ওপৰত ভৰদি কাঠফুলাটোৰ একাষেদি জুমি চাই দেখিলে যে প্ৰকাণ্ড এটা সেউজীয়া পলুৱে তাত হাত সাৱটি বহি নীৰবে হোকা টানি আছে। তাইৰ ফালে সি কেৰাহিকৈয়ো নাচালে।

কাৰো মুখত কথা নাই। পলুটোৱে এলিচৰ মুখলৈ, এলিচে পলুটোৰ মুখলৈ বহুপৰ নীৰবে চাই আছে। অৱশেষত পলুটোৱে ঘূৰঘূৰিটোৰ নলিচা ডাল মুখৰ পৰা এৰুৱাই গধুৰ মাতেৰে তাইক সুধিলে—'তুমি কোন?'

লাজকুৰীয়া ভাবে এলিচে উত্তৰ দিলে, 'ডাঙৰীয়া, মই নিজেই নাজানো মইনো কোন। ঠিক ৰাতিপুৱা শুই উঠাৰ পিচতে মই কোন আছিলোঁ, আপোনাক কব পাৰিম। কিন্তু তেতিয়াৰ পৰা মই কেবাবাৰো সলনি হৈ আছোঁ।'

পলুটোৱে দাবি দিয়াৰ সুৰত কলে, 'তাৰ মানে কি? তুমি সেইবোৰ কি কৈছা? মোক ভালকৈ বুজাই কোৱা।'

এলিচে ভয়-ভয়কৈ উত্তৰ দিলে, 'মই চাগৈ কথাটো ভালকৈ





বুজাই কব নোৱাৰিম। কাৰণ মই এতিয়া আৰু মই হৈ থকা নাই। আপুনি দেখিছেই নহয় ?'

'নাই দেখা।' পলুটোৱে উত্তৰ দিলে।

'মইনো বাৰু আৰু ভালকৈ আপোনাক কেনেকৈ কম, ডাঙৰীয়া ? কথাটো মই নিজে বুজিলেহে আপোনাক বুজাব পাৰোঁ। দিন এটাৰ ভিতৰতে বাৰে বাৰে সাল-সলনি হৈ থকাটোও জানো মনত আউল-লগা কথা নহয় ?' এলিচে সুধিলে।

'একো আউল লগা নহয়।' পলুটোৱে উত্তৰ দিলে।

'আপোনাৰ জীৱনত হয়তো এনে ঘটনা নঘটিব পাৰে। কিন্তু ডাঙৰীয়া, এটা কথা ভাবি চাওক চোন! আপুনি যদি কোনোবা এদিনা লেটা হয় আৰু তাৰ পাচত পখিলা হৈ উৰে, আপোনাৰ মনতো কিবা অদ্ভুত লাগিব। নালাগিবনে বাৰু ?' এলিচে সুধিলে।

'অকণো নালাগে।' পলুটোৱে উত্তৰ দিলে।

'অৱশ্যে আপুনি বেলেগ ধৰণে অনুভৱ কৰিব পাৰে। কিন্তু মই জানো, মোৰ ক্ষেত্ৰত যদি তেনে ঘটনা ঘটে, বৰ আচৰিত লাগিব।'

এলিচৰ কথাত পলুটোৰ খং উঠা যেন দেখা গল। মুখত ঘৃণাৰ ভাব ফুটাই তুলি সি কলে—'তুমি! কোন তুমি ?'

এলিচে এতিয়া আকৌ প্ৰথমৰ পৰা কথা আৰম্ভ কৰি তাইনো কোন কবলগীয়া হ'ল। পলুটোৰ ওপৰত তাইৰ ভীষণ খং উঠিল। বৰ গহীন ভাবে তাই তাক কলে,—'ডাঙৰীয়া, মোৰ বোধেৰে আপুনি কোন, তাকেহে কোৱা উচিত।'

'কিয় ?' পলুটোৱে প্ৰশ্ন কৰিলে।

পলুটোৰ প্ৰশ্নটোৱে তাইক বিমোৰত পেলালে। সি কিয় কব লাগে তাৰ একো কাৰণ বিচাৰি নাপাই, পলুটোক যেন তাই বৰ বেয়াহে পাইছে, এনে এটা ভাব মুখত ফুটাই তাই তাৰ পৰা গুচি আহিব খুজিলে।

পলুটোৱে তাইক পাচফালৰ পৰা চিঞৰি মাতিলে—'ঘূৰি আহাঁ, তোমাক দুটামান দৰকাৰী কথা কবলগীয়া আছে।'

এলিচ ঘূৰি আহিল।

পলুটোৱে তাইলৈ চাই কলে—'খং কৰিব নাপায়।'

যিমান পাৰে খংটো দমাই ৰাখিবলৈ চেষ্টা কৰি তাই কলে—'সেয়েইনেকি কবলগীয়া কথা?'

'নহয়।' কৈয়েই পলুটোৱে ঘূৰঘূৰিটোৰ নলিচাডাল পুনৰ মুখত ভৰাই কেইমিনিট মান একেবাহে মুখৰ পৰা ধোৱাঁবোৰ ফুৰাঁই উৰুৱাবলৈ ধৰিলে। তাৰ মুখৰ এষাৰ কথা শুনিবৰ বাবে এলিচে আগ্ৰহেৰে বাট চাই ৰল। অৱশেষত নলিচাডাল মুখৰ পৰা আঁতৰাই দুয়োখন হাত পোনকৈ মেলি দি সি এলিচক সুধিলে—'তুমি সঁচাকৈয়ে সলনি হৈ গলা বুলি ভাবিছা নেকি?'

এলিচে উত্তৰ দিলে—'মই যে সলনি হৈ গলোঁ, সেইকথা একেবাৰে ঠিক, ডাঙৰীয়া। কাৰণ আগতে জনা কথাবোৰ মই এতিয়া মনত পেলাব নোৱাৰোঁ। তাৰ উপৰিও দহমিনিট মান সময়কে একেদৰে থাকিবলৈ নাপাওঁ, আকৌ সলনি হওঁ।'

পলুটোৱে তেতিয়া তাইক কলে, 'তেনেহলে মই তোমাক অলপ পৰীক্ষা কৰি চাব লাগিব। তুমি বাৰু এই কবিতাটো এফালৰ পৰা গাই যোৱাচোন—'হেৰা পিতা লম্বোদৰ—'

এলিচে দুয়োহাত সাৱটি বৰ সাৱধানে কবিতাটো মুখস্থ মাতিবলৈ ধৰিলে:

ডেকাজনে কলে, 'হেৰা পিতা লম্বোদৰ,
চুলি পকি বগা হল তোমাৰ মূৰৰ।
এই বয়সতো তুমি বৰ ধৈৰ্য্যবান,
কঠিন ব্যায়াম দেখো কৰা ভালেমান।
ওপৰলৈ ভৰি কৰি শীৰ্ষাসন কৰা
দিন যায় আহে ৰাতি কাণকে নকৰা।



এটা কথা মই পিচে ভাবো মনে মনে
এই কাম নোহে ভাল বুঢ়াৰ কাৰণে।'

বুঢ়াজনে কলে, 'বোপা, তাহানিতে মই
তোৰ দৰে ব্যায়ামলৈ কৰিছিলোঁ ভয়।
ভাবিছিলোঁ মগজুটো ঘোলা হব পাৰে
একোকে নেদেখি হানি কৰো নিৰন্তৰে।'



ডেকাজনে কলে, 'পিতা বুঢ়া হ'লা বৰ
তোমাৰ দেহত চিন নাই বাৰ্দ্ধক্যৰ।
এই বয়সতো তুমি মহা থুলন্তৰ
প্ৰকাণ্ড পেটেৰে সতে মাৰা লুটি খৰ।

যদি তুমি জানা কিবা গুপুত উপায়,
কোৱাচোন পুতেৰক লুকাব নাপায়।'
বুঢ়াজনে হাঁহি কলে, 'এইটো মলম,
মোৰ পৰা কিনি লবি নকৰি পলম।'

'দাঁত নাই, সোলা তুমি দুৰ্ব্বল কোৱাৰি,
টান বস্তু বাদ দিলা চোবাব নোৱাৰি।
তেওচোন ৰাজহাঁহ হাড়ে-ঠোটে খোৱা
গুপুত ৰহস্য তাৰ, পিতা মোক কোৱা।'

বুঢ়াজনে কলে, 'বোপা জান দেখো তই
তাহানিতে উকালতি কৰিছিলোঁ মই।
মাৰৰ লগত তৰ্ক কৰোঁতে কৰোঁতে
কোৱাৰি আটিল মোৰ হল তাহানিতে।'

ডেকাজনে কলে, 'পিতা কিনো কৌশলেৰে
বামি মাছ থিয় কৰা নাকৰ আগেৰে?
ভালকৈ নেদেখা তাতে চকু এটা থৰ,
কেনেকৈনো হলা পিতা ইমান টেঙৰ!'

বুঢ়াজনে কলে, 'বচ্! আৰু নুসুধিবি,
নিজকে এনেকে বৰ লোক নোবোলাবি।
বাৰে-ফচ্চুৱা কথা পাৰোনে শুনিব,
একেটা গোৰতে তোৰ কঁকাল ভাগিব!'

পলুটোৱে অতপৰ নীৰবে এলিচৰ মুখৰ ফালে দৃষ্টি ৰাখি তাই আওৱাই থকা কবিতাটো একান্ত মনে শুনি আছিল। কবিতাটো শেষ হলত সি বৰ গহীন ভাবে কলে, 'ভুলকৈ মুখস্থ মাতিছা।'





এলিচেও ভয়ে ভয়ে উত্তৰ দিলে, 'মোৰো ভুল হৈছে যেন লাগিছে। কথাবোৰ ওলট পালট হৈছে।'

'আৰম্ভৰ পৰা শেষলৈকে ভুল হৈছে।' পলুটোৱে কলে।

তাৰ পাচত ভালেখিনি সময় কাৰো মুখত এষাৰো কথা নাই। পলুটোৱেই প্ৰথমতে কথা আৰম্ভ কৰিলে। সি সুধিলে, 'তুমিনো কিমান ওখ হব খুজিছা ?'

এলিচে লৰালৰিকৈ উত্তৰ দিলে, 'ওখটো লৈ কোনো কথা নাই। মাত্ৰ ঘনে ঘনে সলনি হৈ থাকিবলৈ মোৰ ভাল লগা নাই। আৰু এইদৰে সলনি হৈ থাকিবলৈ কাৰো ভাল নালাগে। আপুনি জানে ?'

'মই নাজানো।' পলুটোৱে উত্তৰ দিলে।

এলিচৰ খং উঠিল। জীৱনত তাইক কোনেও এইদৰে প্ৰতিবাদ কৰা নাই।

'তুমি ঠিকেই আছা তেনেহলে ?' পলুটোৱে সুধিলে।

এলিচে উত্তৰ দিলে, 'অৱশ্যে আৰু অলপ ওখ হবলৈ মোৰ মন, ডাঙৰীয়া! মুঠেই তিনি ইঞ্চি ওখ হৈ থকাৰ সমান দুৰ্ভাগ্য আৰু একোৱেই নাই।'

পলুটোৱে তেতিয়া ভৰিৰ ওপৰত থিয় হৈ গাটো পোনাই ধৰি খঙেৰে তাইক কলে, 'তিনি ইঞ্চি ওখ হোৱাটো যথেষ্ট গৌৰৱৰ কথা!' এলিচে এতিয়াহে লক্ষ্য কৰিলে যে পলুটোও মাত্ৰ তিনি ইঞ্চি দীঘল।

পলুটোৱে ঘূৰঘূৰিটোৰ নলিচাডাল মুখত ভৰাই আকৌ টানিবলৈ ধৰিলে। দুইমিনিটমান সময়ৰ পাচত সি মুখৰপৰা নলিচাডাল এৰুৱাই এবাৰ নে দুবাৰ হামিয়ালে, আৰু গাটো জোকাৰি ললে। তাৰ পাচত কাঠফুলাটোৰ পৰা সি ধীৰে ধীৰে নামি আহিল। ঘাঁহৰ ওপৰেদি বগাই যাওঁতে সি কৈ গ'ল—'এটা দাঁতিয়ে তোমাক ওখ কৰিব ; আনটো দাঁতিয়ে তোমাক চাপৰ কৰিব।'



এলিচে ভাবিলে, 'এটা দাঁতি নো কাৰ? আৰু আনটো দাঁতিয়েই বা কিহৰ ?'

'কাঠফুলাটোৰ।' পলুটোৱে কলে। সি যেন এলিচে ভবা কথাখিনি কাণেৰেহে শুনা পাইছিল। পাচ মুহূৰ্ত্ততে ঘাঁহৰ মাজত সি অদৃশ্য হৈ গ'ল।

কাঠফুলাটো সম্পূৰ্ণ ঘূৰণীয়া। তাৰ দুটা দাঁতি বিচাৰি উলিওৱা অত্যন্ত টান। এলিচ বৰ বিমোৰত পৰিল। কাঠফুলাটোৰ চাৰিও-ফালে হাত দুখনেৰে মেৰাই ধৰি তাই দুয়োখন হাতেৰে কাষৰ দুটা টুকুৰা ভাঙি লৈ আহিল।

এতিয়া আন এটা সমস্যাই দেখা দিলে। দুখন হাতত তাইৰ দুটুকুৰা কাঠফুলা। কোন টুকুৰা খালে তাই ওখ হব, আৰু কোন টুকুৰা খালে বা চাপৰ হব তাই তো নাজানে। পৰীক্ষা কৰি চাবৰ মনেৰে সোঁহাতৰ টুকুৰাতে কামোৰ এটা মাৰোঁতেই হঠাত তাইৰ থুতৰিটো নামি গৈ ভৰিৰ পতাত এটা প্ৰচণ্ড খুন্দা মাৰিলে। তাই এতিয়া নিচেই অকণমান হৈ পৰিল। মুখখন ভৰিৰ পতাত ইমান টানকৈ লাগি ধৰিলে যে বহুত যত্নৰ অন্ততহে তাই মুখখন মেলি বাওঁহাতৰ কাঠফুলা ডোখৰ কথমপি গিলিব পাৰিলে।

বাওঁহাতৰ কাঠফুলাডোখৰ খোৱাৰ লগে লগে তাইৰ মূৰটো যথেষ্ট মুকলি হল। তাইৰ মনৰ আনন্দ হঠাৎ ভয়ত পৰিণত হল। তাই এতিয়া বাঢ়িবলৈ ধৰিছে। কেৱল বাঢ়িছে। তললৈ চালে শৰীৰৰ কোনো এটা অঙ্গই চকুত নপৰে। মাত্ৰ তাই দেখে এটা অসম্ভৱ দীঘল ডিঙি তলৰ বহুদূৰৰ সেউজীয়া পাতৰ সমুদ্ৰৰপৰা যেন ধীৰে ধীৰে ওপৰলৈ উঠি আহিছে। সেউজীয়া পাতৰ সমুদ্ৰত তাইৰ শৰীৰৰ বাকী অংশ সম্পূৰ্ণৰূপে নিমজ্জিত।

দূৰৰ সেই সেউজীয়া বস্তুবোৰৰ পৰিচয় তাই যেন সেই সময়ত পাহৰি গল। নিজৰ হাত-ভৰি আৰু গোটেই শৰীৰটো দেখা পাবৰ বাবে তাইৰ মন উত্ৰাৱল হল। নিজৰ হাতদুখন যেতিয়া তাই

ইফালে সিফালে লৰচৰ কৰে, দূৰৰ পাতৰ সমুদ্ৰত ক্ষীণ এটা কঁপনিৰ বাহিৰে আন একোৱেই তাইৰ চকুত নপৰে!

কিন্তু তাইৰ ডিঙিটোৰ পৰা বিশেষ অসুবিধাত নপৰিল। সাপ এটাৰ দৰে ডিঙিটো বেঁকাবেকি কৰি অনায়াসে তাই যেনিয়ে-তেনিয়ে যাবপৰা হ'ল। তাইৰ ডিঙিৰ ভঙ্গীত বেচ লয়লাস ফুটি উঠিল।

ডিঙিটো বহুত তললৈ নমাই আনি তাই বুজি উঠিল যে অতপৰে সাগৰ বুলি ভুলকৈ ভাবি থকা এই সেউজীয়া পদাৰ্থটো ওখ ওখ গছৰ আগত থকা পাতৰ বাহিৰে আন একোৱেই নহয়। সেই গছবোৰৰ তলে তলেই আগেয়ে তাই ঘূৰি ফুৰিছিল। এনে সময়তে হঠাৎ ডাঙৰ পাৰ চৰাই এটাই তাইৰ মুখত পাখি কোবাই কোবাই চিঞৰিবলৈ ধৰিলে,—'সাপ! সাপ!'

এলিচে কলে, 'মই সাপ নহওঁ। মোক মিছাকৈ দিগদাৰ নিদিবা।'

পাৰজনীৰে কন্দনামুৱা হৈ কেবল কথা কবলৈ ধৰিলে। আন একোলৈকে তাইৰ ভ্ৰূক্ষেপ নাই। অন্তৰৰ অসীম বেদনা তাইৰ কথাবোৰৰ মাজত পৰিস্ফুট হৈ উঠিল। তাই কলে, 'তুমি সাপ! মই জানো। মোৰ চেষ্টা কৰি চাবলৈ একো বাকী ৰোৱা নাই। কিন্তু সকলো চেষ্টাই মোৰ অথলে গল। গছৰ গুৰিত, নদীৰ পাৰত, জোপোহাৰ মাজত—মই যে কিমান বাৰ চেষ্টা কৰিলোঁ! কিন্তু এই সাপবোৰ! এই ধুৰন্ধৰবোৰ! যতে ততে ওলাবহি। সিহঁতৰ পৰা নিস্তাৰ নাই!'

এলিচে পাৰজনীৰ কথা বুজি পালে। পাৰজনীয়ে কিন্তু তেতিয়াও কথা কৈয়েই আছিল—'পোৱালি জগোৱাটো যেন নিচেই সাধাৰণ কথাহে। কিমান কষ্ট কৰিব লাগে মইহে জানো! দিন নাই, ৰাতি নাই, সাপ আহি কণীবোৰ খাই পেলাই বুলি ৰখি থাকোঁ। যোৱা তিনি সপ্তাহ ধৰি মোৰ চকুত নামমাত্ৰও টোপনি নাই।'

এলিচে পাৰজনীক সমবেদনা জনাই কলে, 'তোমাৰ কথা শুনি



মোৰ বৰ দুখ লাগিছে। কিন্তু বিশ্বাস কৰা—মই সাপ নহয়, মই এজনী সৰু ছোৱালীহে।'

পাৰজনীয়ে বৰ বিতৃষ্ণাৰে উত্তৰ দিলে,—'ময়ো বহুত সৰু ছোৱালী লগ পাইছোঁ। কিন্তু এনেকুৱা দীঘল ডিঙিৰ ছোৱালী দেখা নাই। তুমি বেচ কথা কব জানা। অলপ পাচতে কবা যে তুমি জীৱনত কোনোদিনেই কণী খাই পোৱা নাই।'

এলিচে সদায় সঁচাটো কৈ ভাল পায়। এতিয়াও কলে, 'মই কণী খাওঁ। কিয় নাখাম? এটা সাপে যিমান কণী খাব পাৰে, এজনী ছোৱালীয়েও সিমানেই পাৰে। তুমি জানানে?'

পাৰজনীয়ে উত্তৰ দিলে, 'অৱশ্যে একে সমানে খাব পাৰে বুলি মোৰ বিশ্বাস নহয়। যদি সঁচাকৈয়ে খায়, তেনেহলে সিহঁতো এবিধ সাপ! মই জানো তুমি কণী বিচাৰি আহিছা। তুমি সাপেই হোৱা বা ছোৱালীয়েই হোৱা, মোৰ বাবে একে কথা!'

এলিচে উত্তৰ দিলে, 'তোমাৰ কণী খাবলৈ মই অহা নাই। কেঁচা কণী খাই মই ভালো নেপাওঁ।'

পাৰজনীয়ে তাইৰ বাঁহৰ ওপৰত বহি লৈ কলে, 'তেনেহলে তুৰন্তে ইয়াৰ পৰা আঁতৰ হোৱা।'

এলিচে গছবোৰৰ তলে তলে বগুৱা বাই ফুৰিবলৈ ধৰিলে। গছৰ ডালবোৰত ডিঙিটো পাক খাই ধৰাত ঘনে ঘনে বৈ তাই ডিঙিটো মোকলাব লগাত পৰিছিল।

কাঠফুলাৰ টুকুৰাবোৰ তেতিয়াও তাইৰ হাতত আছিল। তাই পুনৰ কাঠফুলাৰ সহায় লৈ কাম আৰম্ভ কৰিলে। দুয়োখন হাতৰ কাঠফুলা বাৰে বাৰে কামুৰি কামুৰি বহুবাৰ ডাঙৰ সৰু হোৱাৰ পাচত অৱশেষত নিজৰ আচল গঢ়টোলৈ আহিল।

এতিয়া তাইৰ আনন্দ চায় কোনে? আশাকৰা মতেই কাম হ'ল। নিজৰ প্ৰকৃত গঢ়টো ঘূৰাই পোৱাৰ পাচত বাগিচাখনৰ ভিতৰ সোমোৱাৰ উপায় চিন্তা কৰিলে।

বহুত পৰ ঘূৰি পকি ফুৰাৰ পাচত তাই এখন আহল-বহল মুকলি ঠাইত উপস্থিত হ'ল। ঠাইখনৰ সোঁমাজতে চাৰি ফুট ওখ এটা ঘৰ দেখি তাই ভাবিলে যে ঘৰটোৰ বাসিন্দাবোৰ নিশ্চয় চাৰিফুটতকৈ চাপৰ হব লাগিব। চাৰিফুট ওখ ছোৱালী এজনী দেখিলে সিহঁতৰ চুৰ্ত্তি হেৰাই যাব। আৰু অলপ চাপৰ হবলৈ ইচ্ছা কৰি সোঁহাতৰ কাঠফুলা ডোখৰত একামোৰ দিয়াৰ লগতে তাই হঠাৎ চাপৰ হৈ পৰিল। তাই এতিয়া মাত্র ন ইঞ্চি ওখ।

# কেচুৱা গাহৰি আৰু জলকীয়া

চাৰিফুট ওখ ঘৰটোৰ ফালে চাই কিবা এটা ভাবোঁতেই হঠাৎ এলিচে লক্ষ্য কৰিলে যে হাবিৰ মাজৰ পৰা বিশেষ পোচাক পিন্ধা এটা বেহেৰাই ক্ষিপ্র গতিৰে ওলাই আহি ঘৰটোৰ দুৱাৰত টুকৰিয়াইছেহি। লগে লগে একে ধৰণৰ পোচাক পিন্ধা আন এটা বেহেৰাই দুৱাৰখন খুলি দিছে।

চাই চাই এলিচে তবধ মানিলে। প্ৰথম বেহেৰাটোৰ মুখখনলৈ চালেই কৈ দিব পাৰি যে সি এটা মাছৰ বাহিৰে আন একো নহয়। দ্বিতীয়টোৰ মুখখনো সাইলাখ এটা ভেকুলীৰ দৰেই। দুয়োটাৰে চুলিবোৰ কেঁকোৰা-কেঁকুৰি আৰু জটলগা। তাৰ ওপৰিও পাউদাৰ সানি দুয়োটায়ে চুলিবোৰ বগা কৰি থৈছে। ইহঁত দুটাৰ বিষয়ে জানিবৰ বাবে এলিচৰ কৌতুহলৰ সীমা নোহোৱা হ'ল। হাবিৰ মাজৰ পৰা চুঁচৰি ওলাই আহি এলিচে সিহঁতৰ কথা-বতৰাবোৰ মন দি শুনিবলৈ ধৰিলে।

মাছ-বেহেৰাই কাষলতিৰ তলৰ পৰা এখন ডাঙৰ চিঠি উলিয়াই ভেকুলী-বেহেৰাৰ হাতত দি কলে—'ক্ৰকেট খেলাৰ উদ্দেশ্যে জমিদাৰণীলৈ ৰাণীৰ এইখন নিমন্ত্রণী চিঠি।' ভেকুলী-বেহেৰাটোৱে একেখিনি কথাকে ক্ৰম সলনি কৰি একে গম্ভীৰ মাতেৰে কলে, 'ৰাণীৰ এইখন নিমন্ত্রণী চিঠি, জমিদাৰণীলৈ ক্ৰকেট খেলাৰ উদ্দেশ্যে।'

তাৰ পাচত সিহঁত দুয়োটাই মূৰ দোৱাঁলে। দুয়োটাৰে জট-বন্ধা চুলিবোৰ একেলগে সাঙোৰ খাই পৰিল।

এলিচে কোনোমতেই হাঁহি সামৰিব নোৱাৰিলে। হাঁহি হাঁহি তাই বাগৰি পৰিল। কোনোবাই তাইৰ হাঁহি শুনিবলৈ পাই বুলি

ভয় কৰি দৌৰি গৈ তাই হাবিৰ মাজত লুকাবলৈ চেষ্টা কৰিলে। হাঁহি মাৰ গলত হাবিৰ পৰা ভুমুকি মাৰি চাই দেখিলে যে মাছ-



বেহেৰাটো গলগৈ। আনটোৱে দুৱাৰৰ কাষত বহি একেৰাহে থৰ লাগি আকাশৰ ফালে চাই আছে।

এখোজ দুখোজকৈ আগবাঢ়ি আহি এলিচেও ঘৰটোৰ দুৱাৰত টুকৰিয়াবলৈ ধৰিলে। দুৱাৰৰ কাষতে বহি থকা ভেকুলী-বেহেৰাটোৱে কলে, 'দুৱাৰত টুকৰিওৱাৰ একো আৱশ্যক বৰ্ত্তমান তোমাৰ নাই। তাৰ কাৰণ দুটা আছে—কওঁ শুনা। প্ৰথম, তুমি দুৱাৰৰ যিফালে আছা, ময়ো একেফালেই আছোঁ। দ্বিতীয়, ঘৰৰ ভিতৰখনত হৈ-হৈ, চৈ-চৈ। তুমি দুৱাৰখন ঢকিয়াই থাকিলেও ভিতৰত কোনেও নুশুনে।'

ঘৰটোৰ ভিতৰৰ কাণতালমৰা চিঞৰ-বাখৰ, কোঢ়াল, হাঁচিৰ শব্দ, কাঁহী-বাটি দলিয়াই ভাঙি চুৰমাৰ কৰাৰ আৱাজ ইতিমধ্যে বাহিৰৰ পৰাই এলিচে শুনিবলৈ পাইছিল।



এলিচে ভেকুলী-বেহেৰাক সুধিলে—'মই ভিতৰলৈ কেনেকৈ যাব পাৰিম, তুমি মোক কব পাৰিবানে ?'

উত্তৰত ভেকুলী-বেহেৰাই মাত্ৰ কলে যে সি তাতে বহি থাকিব লাগিব সেইদিনা, তাৰ পাচদিনাও। আনকি তাৰ পাচদিনাও বহি থাকিব লাগিব হয়তো, কোনে জানে ?

সেই সময়তে ঘৰটোৰ দুৱাৰ এখন হঠাৎ খোল খালে। এখন ডাঙৰ কাঁহী জপিয়াই ওলাই আহি বেহেৰাটোৰ নাকত খুন্দা মাৰি পাচফালৰ এজোপা গছত ঠেকা খাই ভাগি টুকুৰা টুকুৰ হৈ গল। কিন্তু সি কেৰেপকে নকৰিলে। একো যেন ঘটাই নাই, এনে এটা ভাবত সি থিয় হৈ ৰল।

তাই অৱশেষত বুজিলে যে বেহেৰাটো এটা মূৰ্খৰ বাহিৰে আন একো হব নোৱাৰে। তাৰ পিচত দুৱাৰখন খুলি তাই ঘৰটোৰ ভিতৰত প্ৰবেশ কৰিলে।

কোঠাটোৰ সোঁহাতেদি অলপ গৈয়েই এলিচ উপস্থিত হল এটা আহল-বহল ৰান্ধনি ঘৰৰ ভিতৰত। গোটেই ঘৰটো ধোঁৱাৰে ধূঁৱলি-কুঁৱলী। সোঁমাজতে তিনিখুৰীয়া টুল এখনত জমিদাৰণী বহি আছে। কোলাত তাইৰ এটা কেঁচুৱা। আনহাতেদি ৰান্ধনীজনীয়ে জুইকুৰাৰ ওপৰলৈ হাউলি ডাঙৰ কেৰাহী এখনত কিবা-কিবি লৰাই আছিল। সেইবোৰ মাংসৰ জোল বুলি দূৰৰ পৰাই এলিচৰ অনুমান হ'ল।

এলিচে ঘন ঘনকৈ হাঁচিয়াবলৈ ধৰিলে ; আৰু আঞ্জাত বৰ জলা দিছে কাৰণেই তেনেকুৱা হৈছে বুলি তাই ভাবিলে। খন্তেক পিচতে ভজা জলকীয়াৰ গোন্ধ আৰু পোৰণি গোটেই ঘৰটোৰ বতাহত বিয়পি পৰিল। জমিদাৰণী জনীয়েও আনকি সঘনে হাঁচিয়াবলৈ ধৰিলে। কেঁচুৱাটোৰ তো কথাই নাই। হাঁচিৰ লগে লগে সি কান্দে আৰু কন্দাৰ মাজতে সি হাঁচিয়ায়। ঘৰটোৰ ভিতৰত মাত্ৰ দুটা প্ৰাণীৰ হাঁচি অহা নাই। তাৰে এটা হ'ল ৰান্ধনীজনী নিজে আৰু আনটো হল চৌকাটোৰ ওপৰত দাঁত নিকটাই বহি থকা এটা

মেকুৰী। মেকুৰীটোৰ কোৱাৰি দুটা মেলখাই তাৰ দুয়োখন কাণ পৰ্য্যন্ত বিস্তৃত হৈ পৰিছিল।

এলিচে ইতস্ততঃ কৰি জমিদাৰণীক সুধিলে, 'দয়া কৰি মোক কওকচোন আপোনাৰ মেকুৰীটোৱে কেলেই তেনেকৈ দাঁত নিকটাই থাকে।'

জমিদাৰণীয়ে উত্তৰ দিলে, 'তাৰ নামেই দাঁত নিকটোৱা মেকুৰী। গাহৰি!'

'গাহৰি!' শব্দটো জমিদাৰণীয়ে ইমান খঙেৰে উচ্চাৰণ কৰিলে যে তেওঁ তাইকে গালি পাৰিছে বুলি ভাবি এলিচে ভয়ত উচপ খাই উঠিল। কিন্তু আচলতে জমিদাৰণীয়ে কোলাৰ কেঁচুৱাটোকহে তেনেদৰে গালি পাৰিছিল। কথাটো বুজিব পাৰি এলিচৰ ভাল লাগিল, ভয়ো খন্তেকতে নাইকিয়া হ'ল।

এলিচে কলে, 'এনেকুৱা মেকুৰী কৰবাত কেতিয়াবা থাকিব পাৰে বুলি মই নেজানিছিলোঁৱেই।'

'তুমি তো একোকে নেজানা! সঁচাকৈ একোকে নেজানা।' জমিদাৰণীয়ে উত্তৰ দিলে।

কথাখিনিৰ সুৰটোত এলিচ অসন্তুষ্ট হ'ল। এটা নতুন পৰিবেশ সৃষ্টি কৰিবৰ উদ্দেশ্যে তাই আন এটা কথা উলিয়াব খোজোঁতেই ৰান্ধনীজনীয়ে জুইৰ পৰা কেৰাহীখন নমাই লৈ জমিদাৰণীৰ গাৰ ফালে কিবাকিবিবোৰ দলিয়াবলৈ ধৰিলে। প্ৰথম দলিটোৰ পৰা ওলাই আহিল এটা লোহাৰ ইস্ত্ৰি। তাৰ পাচত থাল-বাটি, কেটলি ডেগ্‌চি ইত্যাদি পাত্ৰবোৰ জমিদাৰণীৰ গাত আকাশৰ পৰা শিল পৰাদি পৰিবলৈ ধৰিলে।

কিন্তু জমিদাৰণীৰ যেন সেইবোৰলৈ কোনো কাণসাৰেই নাই। কেঁচুৱাটোৱে আগৰপৰা টেঁটু ফালি বান্দি আছিল। এলিচে অনুমান কৰিব নোৱাৰিলে ফৰ্ম্টিবোৰ গাত লাগি সি দুখ পাইছিল নে নাই।

এলিচৰ মনত কিন্তু সৃষ্টি হ'ল মহাত্ৰাসৰ। আতঙ্কত তাই



ঘৰটোৰ ইমূৰৰ পৰা সিমূৰলৈ লৰি লৰি সেই শিলাবৃষ্টিৰ পৰা হাত সাৰিবলৈ চেষ্টা কৰিলে। তাই জমিদাৰণীলৈ চাই চিঞৰি চিঞৰি কলে, 'আপুনি এইবোৰ কি কাম কৰিছে ভাবি চাওকচোন। কেঁচুৱাটোৰ নাকটোও দেখোন উফৰি গল।'

কৰ্কশ মাতেৰে জমিদাৰণীয়ে উত্তৰ দিলে—'সকলোৱেই যদি নিজে কৰা কামৰ কথাই ভাবি থাকে, তেনেহলে পৃথিবীখন আৰু অলপ বেগাই ঘূৰিব।'

এলিচে স্কুলত পৃথিবীৰ আৱৰ্ত্তন আৰু গতিৰ বিষয়ে অলপ কথা শিকিছিল। সেইবাবে তাই তৎক্ষণাত কলে, 'পৃথিবীখন আৰু অলপ বেগাই ঘূৰিলে কি নো সুবিধাৰ কথা হব। দিন-ৰাতিবোৰৰ অৱস্থা কি হব ভাবি চাওকচোন! পৃথিবীখন নিজ মেৰুদণ্ডত এবাৰ ঘূৰিবলৈ.........।' এলিচে কোৱা মেৰুদণ্ড শব্দটোকে জমিদাৰণীয়ে প্ৰাণদণ্ড বুলি ধৰি ললে।

'এই প্ৰাণদণ্ডৰ কথা কৈছে! তেনেহলে তাইৰ মূৰটো ওফৰাই পেলা।' জমিদাৰণীয়ে উগ্ৰ খঙত ৰান্ধনীজনীক নিৰ্দ্দেশ দিলে।

এলিচে ভয়-বিহ্বল চকুযুৰিৰে ৰান্ধনীজনীলৈ চালে। কেৰাহীত মাংসখিনি লৰোৱাত তাই ইমান ব্যস্ত হৈ আছিল যে আদেশ পালন কৰা দূৰৰে কথা, গৃহিণীৰ একো কথাই তাইৰ কাণত পৰা নাছিল।

বিপদৰ আৰু কোনো কাৰণ নাই বুলি এলিচে স্বস্তি বোধ কৰিলে। পৰম আগ্ৰহেৰে এইবাৰ তাই কলে, 'বোধকৰো চৌবিশ ঘণ্টাত পৃথিবীখন এবাৰ ঘূৰে। মই আচলতে পাহৰিছোঁ, বাৰ ঘণ্টাত নেকি বাৰু?'

জমিদাৰণীয়ে তাইৰ ফালে চাই বিৰক্তিৰে কলে, 'মোক বাৰে বাৰে আমনি কৰি নেথাকিবা। সেই সংখ্যাবোৰ হিচাপ কৰি মই মূৰ ঘমাব নোৱাৰোঁ।' কথাষাৰ কৈয়েই তেওঁ লৰা নিচুকুওৱা নাম এটা গাই কেঁচুৱাটোক শান্ত কৰিবলৈ যত্ন কৰিলে। এশাৰী

গাই শেষ কৰি কেঁচুৱাটোক গাৰ জোৰেৰে এবাৰ জোকাৰে আৰু আকৌ গায়। গীতটো আছিল ঃ

তোমাৰ লৰাক তুমি টান কথা কবা
হাঁচিয়ালে দুটামান বাঘ ঢকা দিবা।
আমনি দিবলৈহে সি হাঁচিবোৰ মাৰে
জানি শুনি হাঁচি মাৰি পেংলাই কৰে!

লগে লগে ৰান্ধনীজনী আৰু কেঁচুৱাটোৰেও গীতত যোগ দিলে।
'ঔ, ঔ, ঔ।'

দ্বিতীয় ফাকি গীত গাওঁতে জমিদাৰণীয়ে কেঁচুৱাটোক ইমান জোৰেৰে এবাৰ তললৈ আৰু ওপৰলৈ জোকাৰি জোকাৰি নচুৱাবলৈ ধৰিলে যে বেচেৰাই চিঞৰত গগন ফালিবৰ উপক্ৰম কৰিলে।

চিঞৰ-বাখৰৰ মাজেদিয়েই এলিচে গীতটো এইদৰে শুনিবলৈ পাইছিল ঃ

মই মোৰ লৰাটোক হুটা মাত মাতো,
মাৰ-পিত কৰো হাঁচিয়ালে,
কাৰণ সি ভালদৰে জলা খাব পাৰে,
—বেচ জলা খায় মন গলে।

গীত ফাকি কোৰাচৰ দৰে গোৱা হৈছিল।

কেঁচুৱাটো এলিচৰ কোলালৈ দলিয়াই দিয়াৰ দৰে দি থিয় হৈ জমিদাৰণীয়ে কলে, 'তুমিয়েই ইয়াক অলপ সময় নিচুকুৱাচোন। ৰাণীৰ লগত ক্ৰকেট খেলিবলৈ মই যাব লাগিব। ওলাবৰ সময় হলেই।' কথাষাৰ কোৱাৰ লগে লগেই জমিদাৰণী কোঠাটোৰ পৰা খৰধৰকৈ ওলাই গল। ৰান্ধনীজনীয়ে পাচফালৰ পৰা তেওঁৰ গালৈ কেৰাহীখন দলিয়াই দিছিল। কথমপিহে গাত নালাগিল।

এলিচে কেঁচুৱাটোক আথে-বেথে কোলাত সুমুৱাই দুয়োখন



হাতেৰে সাৰটি ধৰিলে। কিন্তু কিম্ভূত-কিমাকাৰ প্ৰাণীটোৱে যেনি তেনি ভৰি মেলি দিলে। ঠিক এটা ষ্টীম ইঞ্জিনৰ দৰে নাকেৰে সি ফোঁচ ফোঁচ কৈ শব্দ কৰিবলৈ ধৰিলে; আৰু খন্তেকতে তাৰ গাটোও বাঢ়ি আগৰ প্ৰায় দুগুণ হ'ল।



এলিচে কোনোপধ্যেই কোলাত তাক লৈ থাকিব নোৱাৰা হলত হঠাৎ এটা বুদ্ধি সাজি তাৰ সোঁকাণখন পকাই বাঁওভৰিটো টানকৈ কোলাত চেপি ধৰিলে। তাৰ পিচত সি বঢ়াৰ আৰু আশা নাই বুলি ভাবি বাহিৰৰ মুকলি বতাহলৈ উলিয়াই আনি তাই ভাবিলে তাক তো তাই কেতিয়াও তেনেকৈ এৰি যাব নোৱাৰে। দুই এদিনৰ ভিতৰতে সিহঁতে তাক শেষ নকৰাকৈ থাকিবনে? 'এৰি থৈ যোৱাৰ মানেই তাৰ বধৰ ভাগী হোৱা',—তাইৰ মুখৰ পৰা শব্দ কেইটা ওলাই অহাৰ লগে লগেই উত্তৰ হিচাপে কেঁচুৱাটোৱে গাহৰিৰ দৰে মাতিবলৈ ধৰিলে।

একেবাৰে আচৰিত হৈ এলিচে তাৰ মুখলৈ চালে। তাৰ মুখখন সাইলাখ গাহৰিৰ দৰে হৈ পৰিছে আৰু চকুহালো নিচেই সৰু। দেখিবলৈ সি হৈছে অত্যন্ত কুৎচিত। সি কান্দিয়েই আছিল কিন্তু চকুত তাৰ এটুপিও পানী নাছিল।

লাহে লাহে এলিচৰ সন্দেহ আঁতৰিল। কেঁচুৱাটো আৰু কেঁচুৱা হৈ থকা নাই। ইমান কম সময়ৰ ভিতৰতে সি এটা গাহৰি পোৱালিলৈ ৰূপান্তৰিত হৈছে। তাই তেতিয়া তাক কোলাৰ পৰা নমাই মাটিত থলে। গাহৰিৰূপী কেঁচুৱাটোৱে লাহে লাহে হাবিৰ

অভিমুখে খোজ ললে। এলিচে ভাবিলে ঃ যি হল ভালেই হল! কেঁচুৰাটো সেইদৰেই ডাঙৰ হোৱা হলে বৰ কুৎচিত দেখালেহেতেন। গাহৰি পোৱালি হলত এতিয়া বেচ মৰম লগাটো হল। খৰা নাকৰ কেঁচুৱাবোৰ যদি গাহৰিলৈ ৰূপান্তৰিত হয়, তেনেহলে সিহঁতক ভাল কৰাৰ জানো কিবা উপায় আছে ?



তুগজমান আঁতৰতে এজোপা গছৰ ডালত দাঁত নিকটাই থকা মেকুৰীটো দেখি তাই চক খাই উঠিল। কিন্তু তাইক দেখি মেকুৰীটোৱে আৰু বেচিকৈ দাঁত নিকটাই দেখুৱালে।



কি বুলি সম্বোধন কৰিলে মেকুৰীটোৱে সন্তোষ পাব অলপ সময় ভাবি সঙ্কোচ মনেৰে তাই মাত দিলে, 'হেৰা দাঁত নিকটোৱা মেকুৰী!'

এলিচৰ নতুন সম্বোধন শুনি মেকুৰীটোৱে আৰু বহলকৈ কোৱাৰি মেলি দিলে। তাৰ ডাঙৰ উজ্জ্বল দাঁতবোৰ জলমলাই উঠিল। তেনেধৰণৰ এটা সম্বোধনত সি বেচ আনন্দ পাইছে বুলি ভাবি তাই আকৌ সুধিলে—'মই এতিয়া কোন বাটে যোৱা ভাল দয়া কৰি তুমি এবাৰ কবানে ?'

দাঁত নিকটায়ে মেকুৰীটোৱে উত্তৰ দিলে—'সেইটো যাইকৈ নিৰ্ভৰ কৰিছে তোমাৰ ইচ্ছাৰ ওপৰত। তোমাৰ নো বাৰু কোন বাটে যোৱাৰ মন ?'

'কোন বাটে যাব লাগে আৰু কোনবাটে গলে ভাল হয়— সেইকথা মই এতিয়ালৈকে ভবাই নাই।'

'তেনেহলে বাটটো লৈ কোনো কথাই নাই।'

'অন্ততঃ কোনোবা এখন ঠাই ওলাবগৈ নোৱাৰো মানে মই...........'

'অন্ততঃ কিছুদূৰ তুমি যদি খোজকাঢ়ি গৈ থাকা, কোনোবা নহয় কোনোবা এখন ঠাইত তুমি নিঃসন্দেহে ওলাবগৈ পাৰিবা।'

মেকুৰীটোৰ কথাবোৰ মিছা হব নোৱাৰে বুলি এলিচৰ ধাৰণা হল। তাক আন এটা প্ৰশ্ন সোধাই ভাল হব বুলি ভাবি তাই সুধিলে, 'ইয়াৰ মানুহবোৰ বাৰু কেনেকুৱা ?'

মেকুৰীটোৱে হাতেৰে ঠাৰ দি কলে—'এইফালে এটা টুপীৱলা থাকে, সৌফালে থাকে এটা শহা। কিন্তু সিহঁত দুয়োটাই বলিয়া। মন গলে তুমি সিহঁতক লগ ধৰিব পাৰা।'

শঙ্কিত ভাবে এলিচে উত্তৰ দিলে, 'বলিয়া মানুহৰ মাজলৈ যোৱাৰ মোৰ ইচ্ছা নাই।'

মেকুৰীটোৱে আকৌ কলে, 'নগৈ কি উপায় আছে! ইয়াত সকলো পগলা! তুমিও পগলা,ময়ো পগলা!'

'মই পাগলী বুলি তুমি কেনেকৈ জানিলা ?'

'তুমি পাগলী হবই লাগিব। নহলে ইয়ালৈ কেলেই আহিলাহেতেন !'

মেকুৰীটোৰ মুখলৈ দৃঢ়ভাবে চাই এলিচে এইবাৰ সুধিলে, 'তুমি নিজকে পগলা বুলি কেনেকৈ জানিলা ?'

তাইৰ প্ৰশ্নত অকণো আচৰিত নহৈ মেকুৰীটোৱে কলে, 'বাৰু, এটা কুকুৰৰ কথাকে ধৰা। বৰ ভাল কুকুৰ, অলপো পগলা নহয়। তুমি তাক ভাল বুলি কবানে নোকোৱা ?'

'কম বাৰু।'

'খং উঠিলে কুকুৰটোৱে ঘেংঘেঙায়; ভাল লাগিলে নেজ জোকাৰে। কিন্তু মোৰ যেতিয়া মনত ৰং লাগে মই গুৰগুৰাই থাকোঁ। আৰু খং উঠিলে নেজ জোকাৰোঁ। তেনেহলে মই পগলা নহয় আৰু কি ? বাৰু এতিয়া আন এটা কথালৈ আহোঁ দেই। তুমি ৰাণীৰ সতে ক্ৰকেট খেলিবলৈ যাবা নেকি ?'

'ৰাণীৰ সতে ক্ৰকেট খেলিবলৈ মোৰ বৰ ইচ্ছা আছে, কিন্তু মোক যে মতা নাই। নামাতিলে কেনেকৈ যাম ?'

'তুমি মোক তাতে লগ পাবা।' —কথাষাৰ কৈয়েই মেকুৰীটো হঠাতে অন্তৰ্দ্ধান হল।

এলিচ কিন্তু বৰ বেচি আচৰিত নহল। মেকুৰীটো যি ঠাইত আছিল সেই ফালে একেথৰে চাই থাকোঁতেই তাক আকৌ একে ঠাইতে বহি থকা তাই দেখা পালে। মেকুৰীটোৱে তাইৰ মুখৰ ওচৰলৈ মুখখন আনি সুধিলে, 'তোমাক সুধিবলৈ পাহৰিয়েই গৈছিলোঁ, কেঁচুৱাটোৰ কি হ'ল ?'

'সি গাহৰিৰ ৰূপ লৈ হাবিলৈ সোমাই গল।'

'মোৰ অনুমান তেনেহলে ঠিক।' —এইবুলি কৈয়েই মেকুৰীটো আকৌ ঠাইতে নাইকিয়া হ'ল।

মেকুৰীটো পুনৰ ওলাই আহিব বুলি এলিচে কিছুপৰ অপেক্ষা



কৰিছিল কিন্তু ওলোৱাৰ আশা নেদেখি বলিয়া শহাটো চাবৰ মনেৰে আগবাঢ়িব খোজোঁতেই আকৌ মেকুৰীটোৱে গছৰ ডাল এটাত দেখা দি সুধিলে, 'তুমি 'গাহৰি' নে 'আহৰি' হল বুলি কৈছিলাঁ ?'

'মই 'আহৰি হল' বুলি কোৱা নাছিলোঁ, 'গাহৰি হল' বুলিহে কৈছিলোঁ। তুমি কিন্তু এইদৰে অকস্মাতে দেখা দি অকস্মাতে আকৌ নুলুকাবা। তোমাক এইদৰে বাৰে বাৰে ওলাই সোমাই থকা দেখিলে মানুহৰ মূৰ ঘূৰাই যাব।'

'বাৰু'—বুলি কৈ মেকুৰীটো ক্ৰমান্বয়ে নেজৰ ফালৰ পৰা নাইকিয়া হৈ আহিবলৈ ধৰিলে। লাহে লাহে তাৰ মূৰটোৰ গোটেই অংশ অদৃশ্য হৈ আহিল। মাত্ৰ বাকী ৰল নিকটাই থোৱা বহল কোৱাৰি দুটাৰ মাজৰ দাঁতবোৰৰ চিক্‌মিকনি।

এলিচে অবাক হৈ ভাবিলে, 'দাঁত নিকটাই নথকা মেকুৰী মই প্ৰায়ে দেখা পাওঁ। কিন্তু মেকুৰীটো নথকাকৈ দাঁত নিকটাই থকা দৃশ্য মই তো জীৱনত দেখা নাই! মই দেখা বস্তুবোৰৰ ভিতৰত এইটোৱেই বোধকৰো আটাইতকৈ আচৰিত!'

এলিচ আগবাঢ়িল। কিন্তু বেচি-দূৰ যাব লগা নহল। অলপ আঁতৰত এটা ঘৰৰ ওপৰত তাইৰ চকু পৰিল। তাইৰ বিশ্বাস দৃঢ় হল যে সেই ঘৰটো পগলা শহাটোৰে নিশ্চয় হব, কাৰণ ঘৰটোৰ চিমনীবোৰ একোখন কাণৰ আকৃতিৰ। ওপৰৰ চালখন নোমেৰে চোৱা। আন হাতেদি ঘৰটোও যথেষ্ট ডাঙৰ।

তাই ভাবিলে যে ঘৰটোলৈ সোমোৱাৰ আগতে তাই অন্ততঃ দুফুট ওখ হব লাগিব। কিন্তু নিজৰ বাওঁ হাতৰ কাঠফুলা ডোখৰ কামুৰি যথেষ্ট ওখ হোৱা সত্বেও তাই সঙ্কোচ অনুভৱ কৰিলে— জানোচা এতিয়াও তাৰ জমক উঠিয়ে আছে! জানোচা তাইক দেখিলে সি খেদিয়ে আহে!

টুপীৱলাটোৰ ওচৰলৈ প্ৰথমতে যোৱাই ভাল হব বুলি তাই সিদ্ধান্ত কৰিলে।

# বলিয়া চাহমেল

ঘৰটোৰ সন্মুখতে এজোপা ডাঙৰ গছ। তাৰ তলতে টেবুল এখনৰ কাষত বহি বলিয়া শহা আৰু টুপীৱলাই চাহ খাই আছে। সিহঁত দুটাৰ মাজতে টোপনিত লালকাল দি শুই আছে এটা এন্দুৰ। তাৰ গাৰ ওপৰত সিহঁতে কিলাকুটিৰে ভেজা দি তাৰ মূৰটোৰ বিষয়ে আলোচনা কৰি আছে। এন্দুৰটোক সিহঁতে এটা গাৰুৰ দৰে ব্যৱহাৰ কৰিছিল।

এন্দুৰটোক দেখা মাত্ৰকে তাৰ প্ৰতি এলিচৰ সহানুভূতি উপজিল। তাই ভাবিলে, 'বেচেৰাটোৱে কিমান যে দুখ পাইছে! টোপনিত লালকাল বুলিহে সি গম পোৱা নাই!'

টেবুলখন শহা, টুপীৱলা আৰু এন্দুৰটোৰ বাবে যথেষ্ট ডাঙৰ, অথচ তিনিওটাই একাষত ঠেলা-হেঁচাকৈ বহি আছে। এলিচক দেখা মাত্ৰকে সিহঁত তিনিওটাই হুঁকি মাৰি কলে, 'ইয়াত ঠাই নাই, ইয়াত ঠাই নাই।' তাই অৱজ্ঞাৰ সুৰতে সিহঁতক কলে, 'তোমালোকে কলেই হব নেকি? সেয়া চোন যথেষ্ট ঠাই আছে!'—কথাখিনি কৈয়েই বেপৰোৱা ভাবে টেবুলখনৰ একাষৰ এখন ডাঙৰ আৰামী-চকিত তাই বহি ললে।

এলিচৰ মুখলৈ চাই বেচ উৎসাহেৰে বলিয়া শহাটোৱে কলে, 'মদ-পানী এটোপাকে ধৰা।'

এলিচে কিন্তু টেবুলৰ ওপৰত চাঁহৰ বাহিৰে আন একোকে নেদেখি কলে, 'ইয়াত দেখোন মদ নাই।'

'মদ তো ইয়াত নাই,' বলিয়া শহাই উত্তৰ দিলে।





'নথকা বস্তু এটা আনক খাবলৈ কোৱাটো তোমাৰ অভদ্ৰতা নহয়নে ?'

'নিমন্ত্ৰণ নকৰাকৈয়ে নিজে আহি বহি লোৱাটোও তোমাৰ বৰ বেচি ভদ্ৰতা নহল হব পায় ?'

'এইখন টেবুল তোমাৰ বুলি মই ভবাই নাছিলোঁ। ভাবিছিলোঁ ইমান ডাঙৰ টেবুলখনত বহুতৰ বাবে ঠাই থাকে।'

অতপৰে টুপীৱলাই এলিচৰ মুখলৈ নীৰবে অথচ বৰ কৌতূহলেৰে চাই আছিল। বহুত ভাৱনাৰ অন্তত সি এলিচক উদ্দেশ্য কৰি কলে, 'তোমাৰ কিন্তু চুলিবোৰ কটাৰ সময় হল দেই।'

তাৰ মুখৰ প্ৰথম বাইকতে অসন্তুষ্ট হৈ এলিচে গহীনাই কলে, 'তোমাৰ এইটো বৰ অভদ্ৰতা বুজিছানে ? লোকৰ ভিতৰুৱা কথাত যে মন্তব্য কৰিব নাপায়, তাক তুমি কেতিয়াকৈ শিকিবা ?'

টুপীৱলাই বহলকৈ চকু দুটা মেলি কলে—'ঢোৰা কাউৰীটো কেনেকৈ লিখা-টেবুল হল ?'

এলিচে ভাবিলে সি কিবা এটা সাঁথৰ সুধিছে। অলপ হাঁহি-ধেমালি কৰাৰ আশাৰে তাই বৰ ৰং মনেৰে কলে, 'ৰবা, মই নিশ্চয় ভাবি উলিয়াব পাৰিম !'

'তাৰ মানে তুমি তাৰ মানেটো বিচাৰি উলিয়াব পাৰিছা ?' বলিয়া শহাই সুধিলে।

'ওঁ পাৰিছোঁ তো।' এলিচে উত্তৰ দিলে।

'তেনেহলে কি পাৰিছা কোৱা এতিয়া।'

'পাৰিছোঁ বুলি কৈছোঁ যেতিয়া পাৰিছোঁ। মোৰ কথা মুখত এটা পেটত এটা নহয়। মই যিটো কথা কওঁ তাৰ অৰ্থও একেটাকে বুজাওঁ।'

টুপীৱলাই কলে, 'কেতিয়াও নহয়। তেনেহলে তুমি কবা নেকি 'মই যিটোকে খাওঁ তাকে দেখা পাওঁ,' আৰু 'যিটোকে দেখা পাওঁ তাকে খাওঁ'—এই দুটা কথাৰ অৰ্থ একেই ?'



বলিয়া শহাই ডাঙৰ মাতেৰে কলে, 'তুমি হয়তো কব পাৰা যে— 'মই যিটোকে পাওঁ তাকে ভাল পাওঁ,' আৰু 'মই যিটোকে ভাল পাওঁ, তাকে পাওঁ'—এই দুটা কথাৰ মাজত একো পাৰ্থক্য নাই।'

এইবাৰ এন্দুৰটোৱে টোপনিতে কলে, 'মই যেতিয়া শুই থাকোঁ, উশাহ লওঁ, আৰু যেতিয়া উশাহ লওঁ, শুই থাকোঁ'—এই দুটা বাক্যৰ অৰ্থ একেটাই নেকিহে ?'

'তোমাৰ ক্ষেত্ৰতো কথা একেটাই,'—টুপীৱলাই কলে।

ইমানতে কথা-বতৰাৰ ওৰ পৰাত প্ৰত্যেকে কিছুপৰ নীৰবে ৰল। এলিচো নীৰব হৈ আছিল যদিও তাই সাঁথৰটোৰ উত্তৰ মনে মনে ভাবি আছিল।

টুপীৱলাই জেপৰ পৰা ঘড়ী এটা উলিয়াই বৰ অস্বস্তিৰে বাৰে বাৰে জোকাৰি কাণৰ ওচৰলৈ নি ঘড়ীটো চলি আছে নে বন্ধ হ'ল পৰীক্ষা কৰি চাবলৈ ধৰিলে। তাৰ পাচত সি এলিচক সুধিলে, 'আজি মাহটোৰ কেইদিন গল ?'

'চাৰিদিন'—অলপ ভাবি এলিচে উত্তৰ দিলে।

'দুদিনৰ লেট চলিছে। মই কোৱা নাছিলোঁ নে যে মাখনটো ভাল নহয় ?' টুপীৱলাই খঙেৰে বলিয়া শহাক প্ৰশ্ন কৰিলে।

'এইটো মাখনেই আটাইতকৈ ভাল।' এইবুলি কৈয়েই বলিয়া শহাটোৱে সেমেনা সেমেনি কৰিবলৈ ধৰিলে।

এলিচে কিন্তু ঘড়ীটোৰ কথাই ভাবি আছিল। দুদিনৰ লেট চলে ! 'ঘড়ীত কিমান বাজিছে' বুলিহে সুধিব লাগে। 'কেইদিন বাজিছে' বুলি কোনোবাই সোধেনে ? মনৰ সন্দেহ গুচাবৰ কাৰণে তাই টুপীৱলাক সুধিলে, 'তোমাৰ নো এইটো কি আচৰিত ঘড়ীহে ? কিমান বাজিছে—ঘণ্টা, মিনিট, চেকেণ্ডৰ কথাৰ সলনি, কেইদিন গৈছে মাহটোৰ—তাকেহে চাইছা চোন কেলেণ্ডাৰ চোৱাৰ দৰে !'

টুপীৱলাই উত্তৰ দিলে, 'কি কথা সোধাহে ? তোমাৰ ঘড়ীত জানো কেইবছৰ বাজিছে বুলি চোৱা ?'

এলিচে উত্তৰ দিলে, 'কেইবছৰ গল, ঘড়ীটো চাই কেনেকৈ গম পাবা? এটা বছৰৰ সময়খিনি কিমান দীঘল ভাবি চোৱাচোন। ইমান সুদীৰ্ঘ সময় জুৰি বছৰ তো এটাই থাকে!'

'মোৰ ক্ষেত্ৰতো একেই কথা।' টুপীৱলাই উত্তৰ দিলে।

এলিচে বুজিলে যে টুপীৱলাই কোৱা কথাবোৰত একো অৰ্থ নাথাকে। নিভাজ ভাষাত কথা কলেও সি অৰ্থ নথকা কথা কয়। সেইবাবে তাই কলে, 'তোমাৰ কথাবোৰ মই বুজিব পৰা নাই।'

এন্দুৰটো তেতিয়াও টোপনিত লালকাল হৈ আছিল। টুপীৱলাই তালৈ বহুপৰ একেথৰে চাই থাকি কলে, 'ই আকৌ টোপনি গল।' টুপীৱলাই অলপ গৰম চাহ এন্দুৰটোৰ নাকত বাকি দিলে।

তত হেকুৱাই এন্দুৰটোৱে চকু নেমেলাকৈয়ে কলে, 'ঠিক ঠিক! ময়ো তাকে কব খুজিছিলোঁ।'

টুপীৱলাই এলিচৰ ফালে ঘূৰি লৈ সুধিলে, 'সাঁথৰটো এতিয়া ধৰিব পাৰিলানে?'

'ওঁহো। সাঁথৰটো মই বাদ দিলোঁ। নোৱাৰিলোঁ। উত্তৰনো কি কোৱাচোন।' এলিচে কলে।

'মই অকণোকে ধৰিব পৰা নাই।' টুপীৱলাই উত্তৰ দিলে।

'ময়ো একেবাৰে ধৰিব পৰা নাই।' শহাটোৱে মাত লগালে।

বৰ ভাগৰ লগাৰ দৰে হমুনিয়াহ কাঢ়ি এলিচে কলে, 'উত্তৰ নথকা সাঁথৰ এটা সুধি সময় নষ্ট কৰাতকৈ তোমালোকে অন্তপৰে কিছুমান ভাল কাম কৰিব পৰিলাহেতেন।'

টুপীৱলাই তেতিয়া গম্ভীৰ ভাবে মাত লগালে, 'সময় নষ্ট কৰাৰ কথা তুমি নুতুলিবা। কাৰণ সময়ক মই যিমান ভালদৰে জানো, তুমি নাজানা। সময় সেইজনেই!'

এলিচে আচৰিত হৈ সুধিলে, 'তুমি বাৰু কি কৈছা? মই একোকে বুজিব পৰা নাই।'



ঘৃণাত মূৰ দুপিয়াই সি কলে, 'মই দাঠি কব পাৰো সময়ৰ সতে তোমাৰ সামান্য পৰিচয়ো নাই। সময়ৰ লগত তুমি এষাৰ কথাও পতা নাই!'

এলিচে টুপীৱলাৰ কথা শুনি সতৰ্কভাবে অলপ ভাবি কলে, 'সময়ৰ বিষয়ে মই একোকেই নাজানো হবলা। কিন্তু এটা কথা মোৰ মনত আছে যে গান শিকোতেহে সময় ঠিক ৰাখিবৰ বাবে মই তাল মাৰি যাব লাগে।'

টুপীৱলাই ততাতৈয়াকৈ উত্তৰ দিলে, 'বাঃ, তেওঁ মাৰ-পিত সহ্য কৰাৰ বিধৰ লোক নহয়। তেওঁৰ লগত অলপ ভাল হৈ থাকিলেই তেওঁ তুমি ভাল পোৱা মতেই কাম কৰি যাব। তুমি ঘড়ীত যিটো সময় বিচাৰা সেইটোৱেই পাবা। উদাহৰণ স্বৰূপে ধৰা—ৰাতিপুৱা আঠ বাজিছে। পঢ়াৰ সময়। ঘড়ীটোৰ কাণত ফুচফুচাই দিয়া, দেখিবা একেবাৰে দুপৰীয়া বাৰ বাজিছে। ভাত খোৱাৰ সময় হৈ গ'ল!'

বলিয়া শহাই মুখৰ ভিতৰতে পুতপুতাই কলে, 'সঁচাকৈয়ে যদি তেনেকুৱা হলহেতেন!'

টুপীৱলাৰ কথাষাৰে এলিচৰ মনত যথেষ্ট আমোদ দিলে। কথা-ষাৰ দকৈ এবাৰ ভাবি চাই তাই কলে, 'পঢ়াৰ সময়টো যদি ভাত খোৱাৰ সময় হৈ যায়, তেন্তে সেইটো নিশ্চয় বৰ ভাল কথা। কিন্তু ৰাতিপুৱা আঠ বজাত মোৰ যে ভোক নালাগে!'

টুপীৱলাই উত্তৰ দিলে, 'প্ৰথমতে হয়তো নালাগিব। কিন্তু এটা কথা। যিমান মন যায়, সিমান সময় ঘড়ীটোত বাৰ বজাই ৰাখিব পাৰিবা নহয়!'

'তুমি তেনেকৈয়ে ঘড়ীটো চলাই থাকা নেকি?' এলিচে অবাক হৈ সুধিলে।

টুপীৱলাই বৰ বেজাৰেৰে মূৰ জোকাৰি কলে, 'ওঁহো, মই তেনেকৈ নচলাওঁ। ঘটনাটো ঘটিছিল যোৱা মাৰ্চ মাহত। কওঁ

শুনা। (শহাটোলৈ চামুচ এখন টোঁৱাই ধৰি কলে) ঠিক সি পগলা হোৱাৰ আগে আগে। সেই সময়ত তাচ-পাতৰ ৰাণীয়ে এখন সঙ্গীত অনুষ্ঠানৰ আয়োজন কৰিছিল। দুৰ্ভাগ্যক্ৰমে তাতেই 'সময়'ৰ সতে মোৰ প্ৰথম কাজিয়াখন লাগিল আৰু তাতেই মই এটা গীত গাব লগাত পৰিলোঁ।'—কথাখিনি কৈ শেষ কৰিয়েই টুপীৱলাই সঙ্গীত অনুষ্ঠানত গোৱা গীতটি এলিচক এইদৰে গাই শুনালে ঃ

'জিক্‌মিক্ জিক্‌মিক্ অকণি বাদুলি,
কিমান দূৰত তুমি উৰিছা গধূলি ?'

গীতটিৰ এই প্ৰথম কলিটি গাই থাকোঁতেই টুপীৱলাই হঠাতে এবাৰ বৈ এলিচক সুধিলে—'গানটো তুমিও জানা কিজানি ?'

'মোৰ কৰবাত শুনা শুনা যেন লাগিছে'—এলিচে উত্তৰ দিলে।

'তেনেহলে তাৰ পিচৰ খিনি শুনা'—টুপীৱলাই গাবলৈ ধৰিলে ঃ

'তুমি উৰা পৃথিবীৰ বহুত ওপৰত
এখন যেন চাহৰ ট্ৰে দূৰ আকাশত
জিক্‌মিক্ জিক্‌মিক্ জিক্‌মিক্······'

সেই মুহূৰ্ত্ততে এন্দুৰটোৰ গাটো অকস্মাত জিকাৰ খাই উঠিল। টোপনিৰ জালতে সি গাবলৈ ধৰিলে—'জিক্‌মিক-জিক্‌মিক্ ; জিক্‌মিক্-জিক্‌মিক্, জিক্‌মিক্-জিক্‌মিক্ ·········'

টুপীৱলা আৰু শহাই এন্দুৰটোক একেলগে চিকুটিবলৈ ধৰিলে। সিহঁত দুটাই চিকুটি নিদিয়াহলে এন্দুৰটোৱে মুখৰ 'জিক্‌মিক্' শব্দটোৰ কোনোদিনে অন্ত নপৰিলহেতেন।

এন্দুৰটোক তেনেকৈ শাসন কৰি টুপীৱলাই পুনৰ সঙ্গীত সভাৰ কাহিনীটো বৰ্ণাবলৈ ধৰিলে। বৰ বিমৰ্ষভাবে সি কৈ গল—'প্ৰথম গীত ফাকি গাই শেষ হওঁতে নৌহওঁতেই হৰতনৰ ৰাণীয়ে তৰ্জ্জন-গৰ্জ্জন কৰি কলে, 'ই অবাবত সময় নষ্ট কৰিছে। তাৰ মূৰটো কাটি পেলা।'

ভয়ত এলিচে চিঞৰ মাৰি দিলে—'ৰাণী কি ভয়ানক বৰ্ব্বৰ !'



টুপীৱলাই এটা দীঘল হুমুনিয়াহ নিশ্বাস কাঢ়ি কলে—'তেতিয়াৰে পৰা ঘড়ীটোৱে মোৰ আদেশ পালন নকৰা হল। সময়ৰ একো ঠিক নাথাকে। আনহাতে তাৰ কাঁটাত সদায় ছয় বাজি থাকিবলৈ ধৰিলে।'

কথাষাৰ শুনি এলিচৰ মনত বেচ বুদ্ধিৰ ভাব এটা খেলালে। তাই টুপীৱলালৈ চাই কলে, 'ভালেহে তোমাৰ ইয়াত কেৱল চাহ খোৱাৰ সৰঞ্জামবোৰ ৰাখিছা। তোমাৰ ঘড়ীত সদায় সকলো সময়তে ছয় বাজি থাকে কাৰণেই হবলা তোমাৰ বাবে সকলো সময় চাহ খোৱাৰ সময় !'

উত্তৰ দিলে টুপীৱলাই—'ওঁ ! সেই কাৰণেই। সদায় ছয় বাজি থাকে। সকলো সময়েই চাহ খোৱাৰ সময়। আমি আনকি বাচন কেইটা ধুই পৰিষ্কাৰ কৰি লবৰ বাবে সময় নাপাওঁ।'

বহুপৰ নীৰবে ধৈৰ্য্য ধৰি টুপীৱলাৰ কথা শুনি থকাৰ পাচত বলিয়া শহাই দীঘলকৈ হাঁমি এটা মাৰি কলে, 'আমি আন এটা বিষয় লৈ কথা পাতোহে ধৰা। একেটা কথা শুনোতে শুনোতে মোৰ ভাগৰ লাগি গল। মই ভোট দিছোঁ—এই সৰু ভদ্ৰমহিলা গৰাকীয়ে আমাক এতিয়া এটা গল্প কৈ শুনাব।'

প্ৰস্তাবটোত ভয় খোৱাৰ দৰে এলিচে কলে—'মই যে এটাও গল্প নাজানো।'

সিহঁত দুয়োটাই একেলগে কলে, 'তেনেহলে এন্দুৰটোৱেই কব। উঠ্, উঠ্ মৰটোপনিৰ পৰা'—এই বুলি দুয়োটাই এন্দুৰটোৰ গাত চিকুটিবলৈ ধৰিলে।

এন্দুৰটোৱে চিলমিলকৈ চকু দুটা মেলি কলে, 'মোৰ টোপনি অহা নাছিল নহয় ! তোমালোকৰ এটাইবোৰ কথা মই শুনি আছোঁ !'

বলিয়া শহাটোৱে তেতিয়া কলে, 'আমাক বাৰু গল্প এটিকে কচোন।'

এলিচেও কলে, 'কোৱাচোন বাৰু তুমি গল্প এটি।'

টুপীৱলাই অধৈৰ্য্যভাবে কলে, 'সোনকালে ক। নহলে গল্পটো কবলৈ কওঁতেই তোৰ টোপনি আহিব।'

এন্দুৰটোৱে ততাতৈয়াকৈ গল্পটো আৰম্ভ কৰিলে—'এসময়ত তিনিজনী বাই-ভনী আছিল। সিহঁতৰ নাম যথাক্ৰমে এল্‌চি, লিচি আৰু টিলি। সিহঁতে বাস কৰিছিল এটা নাদৰ তলিত।'

'সিহঁতে কি খাই জীয়াই থাকে?' এলিচে এন্দুৰটোৰ কথাৰ মাজতে বাধা দি সুধিলে। স্বভাবতে তাই খোৱা-বোৱাৰ প্ৰতি অলপ বেচি সতৰ্ক।

অলপ ভাবি এন্দুৰটোৱে কলে, 'সিহঁতে লালী খাই জীয়াই থাকে।'

'কেৱল লালী খাই জীয়াই থকা হলে সিহঁতৰ বেমাৰ হলহেতেন।' এলিচে লাহেকৈ কলে।

'সিহঁত তেনেকুৱাই—বৰ বেমাৰী।' সি উত্তৰ দিলে।

'কিন্তু নাদৰ তলিত বাই-ভনী কেইজনী থাকিব লাগে কিয়? সিহঁতৰ জানো ঘৰ নাই?'—তাই সুধিলে।

এনে সময়তে বলিয়া শহাটোৱে এলিচক বৰ আথেবেথে কলে—'তুমি আৰু অলপ চাহ-কফি খোৱাচোন।'

এলিচৰ বৰ খং উঠিল। তাই কলে, 'মই এতিয়ালৈকে চাহ খাবলৈকে পোৱা নাই। আৰু অলপ বেচিকৈ কেনেকৈ খাম?'

টুপীৱলাই মাত লগালে, 'তাৰ মানে তুমি অলপ খাব নোৱাৰা। একো নোখোৱাতকৈ অলপ খোৱাটোৱেই দেখোন বেচ সহজ কথা।'

'তোমাক কোনেও কথা কবলৈ মতা নাই!'—এলিচে মুখ ওফন্দাই কলে।

'এতিয়া পিচে? এইবাৰ কথা কবলৈ তোমাক মাতিছিল কোনে?' টুপীৱলাই বুকু ফিন্দাই এলিচক সুধিলে।

এলিচে একো উত্তৰ বিচাৰি নাপালে। তাই অলপ ৰুটি-মাখনেৰে



চাহ এঢোক খাই লৈ এন্দুৰটোক সাধুকথাৰ বাই-ভনী তিনিজনীৰ কথা আকৌ কবলৈ কৈ তাই সুধিলে, 'সিহঁত নাদৰ তলিত কিয় বাস কৰে?'

অলপ ভাবি লৈ এন্দুৰে উত্তৰ দিলে, 'সিহঁতে বাস কৰা নাদটো আছিল লালী ৰসৰ নাদ।'

এলিচৰ খং উঠিছিল। তাই ভাবিলে কি কথা কয় এই এন্দুৰটোৱে? লালীৰ নাদ নো কৰবাত থাকেনে? খং প্ৰকাশ কৰি এলিচে টান মাতেৰে কলে, 'মিছা কথা! লালীৰ নাদ কতো থাকিব নোৱাৰে।'

তাইৰ খং উঠা দেখি টুপীৱলা আৰু বলিয়া শহাই ইচ-ইচাবলৈ ধৰিলে। এন্দুৰটোৱে কিন্তু বিৰক্তিৰে কলে, 'তুমি ভদ্ৰভাবে থাকিব নোৱাৰা যদি গল্পটো নিজেই নিজক কৈ শেষ নকৰা কেলেই?'

এলিচৰ তেতিয়া খং মাৰ গৈছিল। অনুৰোধৰ সুৰত তাই এন্দুৰটোক কলে, 'বেয়া নাপাবা। গল্পটো তুমি কৈ শেষ কৰা। গল্প কৈ থকাৰ মাজত তোমাক আৰু মই আমনি নিদিওঁ। আৰু লালীৰ নাদ কৰবাত থাকিব পাৰে বুলিও মোৰ বিশ্বাস হৈছে।'

এন্দুৰটোৱেও অভিমান ত্যাগ কৰি গল্প কবলৈ ধৰিলে, 'এই সৰু সৰু বাই-ভনী কেইজনীয়েও তুলি আনিবলৈ শিকিছিল।'

'কি তুলিবলৈ শিকিছিল?'—এলিচে হঠাতে সুধিলে। অলপ আগতে মাত্ৰ কৰা প্ৰতিজ্ঞাৰ কথা তাই পাহৰি পেলালে।

এন্দুৰটোৱেও সম্ভৱ পাহৰি গৈছিল। সি সহজ ভাবেই উত্তৰ দিলে—'লালী।'

এনে সময়তে টুপীৱলাই মাত লগালে, 'বলাহে আমি আটাইবোৰে অলপ আঁতৰলৈ ঠাই সলাই বহোঁ। এই ঠাইখিনি একেবাৰে লেতেৰা হৈ গৈছে।'

কথাষাৰ কৈয়েই টুপীৱলা কাষৰ চকিখনত আঁতৰি বহিল। সি আগেয়ে বহা ঠাইত বহিল এন্দুৰটো, এন্দুৰটোৰ ঠাইত বহিল বলিয়া শহা। অনিচ্ছা সত্বেও এলিচ আহি বহিলহি শহাটোৰ ঠাইত। এই স্থান পৰিবৰ্ত্তনটোৰ পৰা সুবিধা হল একমাত্ৰ টুপীৱলাৰ।

আগতকৈ অনেক বেচি অসুবিধাত এলিচ বহি থাকিব লগীয়া হ'ল। কাৰণ উঠি যাওঁতে বলিয়া শহাই তাৰ বহা ঠাইত গাখীৰৰ জগটো উবুৰিয়াই থৈ গৈছিল।

এন্দুৰটোৱে কৈ থকা গল্পটোৰ আঁত ধৰি এলিচে সুধিলে, 'এটা কথা মই ভালদৰে বুজা নাই। সিহঁতে বাৰু কৰ পৰা লালী তুলি আনিছিল ?'

টুপীৱলাই তাকে শুনি কলে, 'পানীৰ নাদৰ পৰা যদি তুমি পানী তুলিব পাৰা, লালীৰ নাদ এটাৰ পৰা লালী নুতুলি আৰু কৰ পৰা তুলিবা ? একদম বুৰ্বক !'

তাৰ কথা নুশুনা ভাও ধৰি এলিচে সুধিলে, 'কিন্তু নাদটোৰ তলিত থাকি সিহঁতে কেনেকৈ তাৰ পৰা লালী তুলি আনে ?'

টোপনিয়ে এন্দুৰটোৰ চকুৰ পতা পুনৰ গধূৰ কৰি পেলালে। সি চকু দুটা হাতেৰে মোহাৰি মোহাৰি কলে, 'এৰা, সিহঁতে শিকিছিল। যিবোৰ বস্তুৰ আগৰ আখৰটো 'ম' সেই সকলোবোৰ তুলিবলৈ সিহঁতে শিকিছিল।'

'কি কাৰণে ?' এলিচে সুধিলে।

'নুতুলিব নো কিয় ?'—বলিয়া শহাই মাজতে ধৰি কলে।

এলিচ মনে মনে ৰল।

এন্দুৰটোৰ এইবাৰ বেচ টোপনি আহিল। সি চকু দুটা মুদি দিলে। টুপীৱলাই তাৰ গাত খুচি দিয়াত ধৰমৰকৈ উঠি সি কবলৈ ধৰিলে, 'প্ৰথম আখৰবোৰ 'ম'। যেনে—মুষিক-ফান্দ, মধু-জোন, মানস-পট আৰু মোদ।'

'মানে ?'—এলিচে বুজিবলৈ অদ্ভুত ভাবে কঠিন পালে।

'মানে মোনে মোনে ( লালী ) যিঠাইত আছে তাৰ পৰা এমোন তুলি আনিব পৰাৰ কথা তুমি জানো ক'তো শুনা নাই ?'—এন্দুৰটোৱে তাইক সুধিলে।

এলিচে কলে, 'সঁচাকৈয়ে তুমি মোক এইটো বৰ টান কথা সুধিলা। মই ভাবি পোৱা নাই উত্তৰ। তথাপিও মোৰ মনে নধৰে যে……'



'তেনেহলে তুমি কথা নকবা। মনে মনে থাকা।' টুপীৱলাই ধমক দিলে।

ইমান অভদ্ৰ ব্যৱহাৰ এলিচৰ অন্তৰে সহ্য কৰিব নোৱাৰিলে। তাইৰ অন্তৰ বিৰক্তিৰে পূৰ্ণ হ'ল। তাই বহাৰ পৰা থিয় হল আৰু ততালিকে সেই ঠাই এৰি আঁতৰি গুচি গল। সেই মুহূৰ্ত্ততেই এন্দুৰটোৱে টোপনিত লালকাল দিলে। বলিয়া শহা আৰু টুপীৱলা কোনোটোৱেই তাই উঠি যোৱালৈ কাণ নিদিলে। সিহঁতে তাইক আকৌ মাতি নিব বুলি ক্ষীণ আশা এটা লৈ তাই এবাৰ নে দুবাৰ পাচলৈ ঘূৰিও চালে। তথাপি সিহঁতে তাইক নামাতিলে। বহুত দূৰৰ পৰা পাচলৈ এবাৰ ঘূৰি চাই তাই দেখিলে যে সিহঁত দুয়োটাই লগলাগি এন্দুৰটোক কেট্‌লিটোৰ ভিতৰত ভৰাবলৈ চেষ্টা কৰিছে।

এলিচে নিজকে কলে, 'তাহাঁতৰ ওচৰলৈ আৰু যাব নোৱাৰি। ইমান বলিয়া চাহমেল জীৱনত মই কোনোদিনে দেখা নাই।'

হাবিৰ মাজে মাজে বাট বুলি এলিচ আগবাঢ়িল। এজোপা গছৰ সোঁ মাজেদি যোৱা এটা অদ্ভুত ধৰণৰ পথ তাইৰ চকুত পৰিল। তাই ভাবিলে দেখাত যদিও অদ্ভুত তথাপি তাই যাব সেই বাটেদি। এই ঠাইখনত অদ্ভুত বুলি একো নতুন কথা এটা নাই। এনে এটা সিদ্ধান্ত লৈ তাই সেই বাটটোৱেদি সোমাই গল।

পোন প্ৰথমে দেখা পোৱা সেই ডাঙৰ ঘৰটোৰ আইনাৰ টেবুল-খনৰ কাষত আকৌ এবাৰৰ বাবে এলিচ আহি উপস্থিত হল। বাগিছা খনলৈ সোমোৱা সৰু দুৱাৰখনৰ সোণৰ চাবিটো হাতত লৈ দুৱাৰখন খুলিবলৈ তাই আগবাঢ়ি গল। আগৰ পৰিচিত ঘৰ আৰু বস্তুবোৰ দেখি অকণো অসুবিধা বোধ নকৰাকৈয়ে দুৱাৰখন খুলি হাতৰ কাঠ-ফুলা কামুৰি মাত্ৰ এফুট ওখ হৈ বাগিছাখনৰ ভিতৰ সোমাল। জকমককৈ ফুলি থকা উজ্জ্বল ফুল আৰু শীতল নিজৰাবিলাকে তাইৰ মন শান্তিৰে পৰিপূৰ্ণ কৰিলে।

# ৰাণীৰ খেল-পথাৰ

ফুলেৰে উপচি থকা এজোপা বৰ ডাঙৰ বগা গোলাপৰ গছে প্ৰথমতে এলিচৰ দৃষ্টি আকৰ্ষণ কৰিলে। কিন্তু তাইৰ আশ্চৰ্য্যৰ



সীমা নাথাকিল যেতিয়া তাই দেখিলে যে হাতত ৰঙৰ টেমা আৰু বুৰুজ লৈ তিনিটা মালীয়ে বৰ ব্যস্তভাবে বগা গোলাপবোৰত ৰঙা



ৰং সানি ফুৰিছে। তাই সিহঁতৰ ওচৰ চাপি আহিল। তাঁহাতৰ কথা-বতৰাবোৰ তাইৰ কাণত পৰিবলৈ ধৰিলে। কোনোবা এটাই কৈছে—'চোৱা পাঁচ, মোৰ গাত এইদৰে ৰঙৰ ছিটিকনি পৰিবলৈ নিদিবা।' পাঁচে উত্তৰ দি কলে—'মই কৰোঁ বুলি কৰা নাই নহয়। সাতে মোৰ কিলাকুটিত তাৰ কিলাকুটিৰে খুন্দা মাৰি দিছিল।'

সাতে তলৰ পৰা ওপৰলৈ চাই কলে, 'বেচ কথা পাঁচ! সদায় লোকৰ গাতে দোষ জাপি দিবাচোন!'

পাঁচে উত্তৰ দিলে, 'তুমি কথা নোকোৱাই ভাল হব। কাৰণ কালি ৰাণীয়ে কৈছে—তুমি হেনো প্ৰাণদণ্ড পাবৰ যোগ্য।'

'কি কাৰণে?' প্ৰথমে কোৱাটোৱে অৰ্থাৎ যাৰ গাত ৰঙৰ ছাট্ পৰিছিল, সি সুধিলে।

সাতে উত্তৰ দিলে, 'তোমাক তাৰ দায়ে নাপায়, দুই!'

পাঁচে কলে, 'কিয় নাপাব? মই কৈ দিছোঁ—! ৰান্ধনিঘৰৰ বাবে পিঁয়াজৰ সলনি সি ফুলৰ আলু এটা আনিছিল।'

সাতে হাতৰ বুৰুজ ডাল দলিয়াই দি কিবা এটা কব খোজোঁতেই অকস্মাত তাৰ চকু পৰিল এলিচৰ ওপৰত। বাকী দুটায়ো তাইক দেখি তলমূৰ কৰিলে।

সোধো নোসোধোকৈ এলিচে সুধিলে, 'তোমালোকে গোলাপ ফুলত বৰণ সানা কেলেই?'

সিহঁতৰ ভিতৰৰ সাহীয়াল দুয়ে কলে, 'এই বগা গোলাপ জোঁপা এই ঠাইত আমি ভুলকৈ ৰুলোঁ। ইয়াত ৰাণীয়ে এজোপা ৰঙা গোলাপ ৰুবলৈ হুকুম দিছিল। আমাৰ এই ভুল ৰাণীৰ চকুত পৰিব লাগিলে আমাৰ আটাইৰে মূৰ কটা যাব!'

বাগিছাখনৰ সিমূৰৰ পৰা আড়ম্বৰপূৰ্ণ সমদলেৰ ৰাণী আহিছে বুলি গম পাই তিনিওটা মালী গোলাপ জোপাৰ তলতে চেপেটা খাই পৰি থাকিল। ৰাণী আহিছে বুলি শুনি এলিচো আগ্ৰহেৰে ৰৈ থাকিল।

এলিচৰ ফালে সমদলটো ক্রমান্বয়ে আগবাঢ়ি আহিবলৈ ধৰিলে। প্রথমতে তাইৰ চকুত পৰিল গদাহস্তে দহজন সৈন্য। দেখাত সিহঁতো মালী তিনিটাৰ দৰে। চেপেটা চাৰিচুকীয়া। চাৰিওটা কোণৰ সতে হাত-ভৰিবোৰ সংলগ্ন। তাৰ পাচত আহিল দহজন সভাসদ। তেওঁলোকৰ সর্বশৰীৰ হীৰাৰ কাৰুকার্য্য খচিত। সৈন্যবিলাকৰ দৰে তেওঁলোকেও দুজনকৈ শাৰী পাতি আহিছিল। তাৰ পাচত দুটি দুটিকৈ হাতত ধৰাধৰিকৈ আহিল ৰাজ-পৰিয়ালৰ দহোটি অকণি। সিহঁতৰ গাত হৰতনৰ ৰং আৰু সাজসজ্জা। তাৰ পিচতে ৰাজ অতিথিবৃন্দ—প্রায়বিলাকেই সম্ভবতঃ ৰজা-ৰাণী। সমদলটোত বগা শহাটোও আছিল। সি উধাতু খোৱাৰ দৰে খৰধৰকৈ কথা কৈছিল আৰু কথাই কথাই হাঁহিবলৈ চেষ্টা কৰিছিল। দেখামাত্রকে এলিচে তাক চিনি পালে। সি কিন্তু তাইৰ ফালে মন নকৰাকৈয়ে গৈ আছিল। তাৰ পাচতে হৰতনৰ গোলামে ৰঙা মখমলৰ গাৰু এটাৰ ওপৰত ৰাজমুকুটটো কঢ়িয়াই লৈ আহিল। এই অপূর্ব্ব সমদলটোৰ সর্ব্বশেষত আহি আছিল হৰতনৰ ৰজা আৰু ৰাণী।

এনে এটা সন্ধি সময়ত কি কৰা উচিত হব, এলিচে সিদ্ধান্ত কৰিব নোৱাৰিলে। মালী কেইটাৰ দৰে চেপেটা লাগি পৰি থকাৰ কথাও এবাৰ ভাবিলে। জানোচা সমদল আহিলে এনেকৈ পেট পেলাই চোৱাৰ নিয়ম আছেই এইখন দেশত! এনে অদ্ভুত কথাও পৃথিবীত থাকিব পাৰেনে কৰবাত? তাৰ ওপৰিও মাটিত যদি পেট পেলাই পৰি থাকা, শোভাযাত্রা চাবা কিটো? এইবোৰকে ভাবি চিন্তি তাতে স্থিৰ ভাবে থিয় হৈ শোভাযাত্রাটো তাই চাবলৈ ধৰিলে।

বিপৰীত ফালৰপৰা আহি থকা সমদলটো এলিচৰ সন্মুখত অকস্মাত থমকি ৰল। লগে লগে ৰাণীয়ে কর্কশ মাতেৰে হৰতনৰ গোলামক সুধিলে, 'কোন এই?'

হৰতনৰ গোলামে একো উত্তৰ নিদি তলমূৰ কৰি মিচিকাই হাঁহিলে।





ৰাণী খঙত গৰ্জ্জি উঠিল, 'মূৰ্খ কৰবাৰ!' তাৰ পিচত তেওঁ এলিচলৈ চাই সুধিলে, 'তোমাৰ নাম কি আইকণ?'

এলিচে বৰ বিনয়েৰে উত্তৰ দিলে, 'মহাৰাণী, মোৰ নাম এলিচ।' কিন্তু ততালিকে তাইৰ মনত খেলালে যে ইমান বিনয় প্ৰদৰ্শন কৰাৰ ইয়াত কোনো আৱশ্যকেই নাই। সিহঁত এজাপ তাচপাতহে। সিহঁতলৈ কোনে ভয় কৰে?

গোলাপ জোপাৰ তলত পেট পেলাই পৰি থকা মালী তিনিটালৈ আঙুলিয়াই ৰাণীয়ে সুধিলে—'ইহঁত নো কোন?' সিহঁতৰ পিঠিত চাব মৰা নমুনা কেইটাৰ পৰা সিহঁতক ব্যক্তিগত ভাবে চিনি উলিওৱা টান। ৰজা, ৰাজকুমাৰ আদি কৰি গোলাম, মালী পৰ্য্যন্ত সবাৰে পিঠিত সেই একেই চাব। লুটিয়াই থলে আটাইকে একে দেখা যায়।

এলিচৰ মনত যথেষ্ট সাহ গোট খাইছিল। ৰাণীৰ এই প্ৰশ্নটোৰ উত্তৰ তাই বৰ দাম্ভিকভাবে দিলে, 'মই কেনেকৈ জানিম? জনাৰ মোৰ কোনো দৰকাৰো নাই!'

খঙত ৰাণীৰ মুখখন পকা অঙঠা যেন ৰঙা হল। বনৰীয়া জন্তুৰ দৰে গুজৰি উঠি ৰাণীয়ে কলে—'শিৰশ্ছেদ! শিৰশ্ছেদ কৰ তাইৰ এই মুহূৰ্ত্ততে!'

'নিৰ্ব্বোধ!' এলিচে কলে। তাইৰ মাতটো বৰ ডাঙৰ আৰু দৃঢ় আছিল।

ৰজাই ৰাণীৰ কান্ধত হাত এখন থৈ ভয়ে ভয়ে কলে—'তাই অকণমানি ছোৱালী। তুমি বিবেচনা কৰি চোৱা।'

ৰজাৰ কাষৰ পৰা উচাট্ মাৰি গুচি আহি ৰাণীয়ে গোলামক হুকুম দিলে—'ইহঁতক লুটিয়াই দে।'

গোলামে ৰাণীৰ আজ্ঞা পালন কৰি মালী তিনিটাক ভৰিৰে লুটিয়াই দিলে। ৰাণীৰ আদেশত সিহঁতো জাপ মাৰি উঠি থিয় দিলে আৰু প্ৰত্যেকৰে ওচৰত মূৰ দোঁৱাই আঁঠু লৈ ফুৰিবলৈ ধৰিলে। ৰাণীয়ে একে খঙৰ সুৰতে কলে, 'হৈছে হৈছে। থ



সেইবোৰ। তহঁতে মোক অতিষ্ঠ কৰি পেলাইছ। তহঁতে গোলাপ জোপাৰ তলত কি কৰিছিলি?'

সিহঁতৰ মাজৰে এটাই আঁঠু লৈ কথাখিনি কবলৈ যত্ন কৰোঁতেই ৰাণীয়ে গোলাপ জোপা ভালকৈ এবাৰ লক্ষ্য কৰি আচল কথাটো কি বুজি পালে। তিনিওটা মালীৰ শিৰশ্ছেদ হব লাগে বুলি ৰাণীৰ পৰা হুকুম আহিল। তাৰ পাচত সমদলটো পুনৰ আগবাঢ়িল। দুৰ্ভগীয়া মালী কেইটাই আশ্ৰয় বিচাৰি এলিচৰ কাষলৈ লৰি আহিল। এলিচে সিহঁতক অভয় দি ওচৰতে থকা ফুলৰ কৰণি এটাৰ মাজত ভৰাই থলে। ৰাণীয়ে দূৰৰ পৰা সুধিলে—সিহঁতৰ শিৰশ্ছেদ কৰা হল নে নাই। শিৰশ্ছেদ কৰা হল বুলি ৰাণীক জনোৱা হ'ল। তেতিয়াহে ৰাণী ক্ষান্ত হৈ এলিচৰ কাষলৈ আহি সুধিলে, 'তুমি ক্ৰকেট খেলিব পাৰানে?'

'পাৰো।' এলিচে উত্তৰ দিলে।

'আহাঁ তেনেহলে'—ৰাণীয়ে কলে।

সমদল যাত্ৰাত এলিচেও যোগ দিলে। ইয়াৰ পাচত বা কি হয়গৈ ভাবি থাকোঁতে তাইৰ কাণতে কোনোবাই ফুচফুচাই কোৱা যেনকৈ কলে, 'আজিৰ দিনটো বৰ মনোৰম নহয়নে?' ঘূৰি চাই এলিচে দেখিলে যে বগা শহাটোৱে হাঁহি হাঁহি বৰ আগ্ৰহেৰে তাইৰ ফালেই চাই আছে।

'সঁচাকৈ বৰ মনোৰম আজিৰ দিনটো!' এলিচে কলে। তাই আকৌ সুধিলে, 'জমিদাৰণী কত আছে তুমি জানানে?'

শহাটোৱে উচ্‌পিচ্‌কৈ নিজৰ গাটোকে ইফালে সিফালে চাই, ভৰিৰ বুঢ়া আঙুলিৰ মূৰত থিয় দি এলিচৰ কাণতে তাৰ মুখখন লগাই কলে, 'জমিদাৰণীৰ প্ৰাণদণ্ডৰ হুকুম হৈছে।'

'কি কাৰণে?' এলিচে সুধিলে।

'তুমি এতিয়া 'বৰ দুখ লাগে' বুলি কৈছিলা নেকি?' শহাটোৱে তাইক সুধিলে।

'ওঁহো,' এলিচে উত্তৰ দিলে, 'মই কোৱা নাই আৰু এইটো দুখলগা কথা বুলি মই ভবাও নাই। মই 'কি কাৰণে' বুলিহে তোমাক সুধিছিলোঁ।'

'ৰাণীৰ কাণতে তাই মুকুটি এটা মাৰিছিল।' শহাটোৰ কথা শুনি এলিচে খিল্‌খিলকৈ হাঁহিবলৈ ধৰিলে। ভয় খাই শহাটোৱে কলে, 'ৰাণীয়ে শুনিব। মনে মনে থাকা।'

সেই সময়তে মেঘৰ দৰে গৰ্জ্জন কৰি, ৰাণীয়ে আদেশ দিলে, 'সকলোৱে নিজ নিজ ঠাইলৈ যোৱা।' শুনা মাত্ৰকে আটাইবোৰে লৰি-ঢাপৰি, ইটোৱে সিটোৰ গাত উজটি খাই নিজৰ নিজৰ নিৰ্দ্দিষ্ট ঠাইত উপস্থিত হোৱাৰ পাচত খেল আৰম্ভ হল।

এলিচে জীৱনত কোনোদিনে এনে অদ্ভুত খেল-পথাৰ দেখা নাই। গোটেই পথাৰখন খলা-বমা, বকৰাণি। ক্ৰকেট বলৰ সলনি বল হিচাবে ব্যৱহাৰ কৰে এটা জীয়া কেটেলা পহু আৰু বেটৰ সলনি ব্যবহাৰ কৰে বৰ-টোকোলাৰ দৰে এবিধ জীয়া চৰাইৰ (ফ্লেমিঙ্গ চৰাইৰ) দীঘল ডিঙি।

এলিচৰ প্ৰধান অসুবিধা হল চৰাইটোক লৈ। বাউসীৰ তলত তাই কোনোমতে চৰাইটো ধৰি থাকিল। ঠেং দুটা ওলমিয়েই ৰল। তাই যেতিয়া চৰাইটোৰ ডিঙিটো পোনাই ধৰি মূৰটোৰে কেটেলা-পহুৰ বলটোৰ গাত কোব মাৰি দিব খোজে, চৰাইটোৱে তেতিয়া তাৰ ডিঙিটো ঘূৰাই লৈ এলিচৰ মুখলৈ এনেভাবে চাই থাকে যে তাইৰ হাঁহি উঠি যায়। ডিঙিটো পুনৰ তললৈ ওলোমাই তাই যেতিয়া আকৌ খেলিবলৈ লয়, তেতিয়া কেটেলা পহুটোৱে কাঁইট-বোৰ মেলি ধৰি বগাই দূৰলৈ গুচি যোৱাৰ উপক্ৰম কৰে। তাৰ ওপৰিও বলটো যাবই বা কেনি? যিফালেই বলটো তাই মাৰিব খোজে, সেইফালেই হালবোৱা বকৰা মাটি। খেল-পথাৰত কাৰো কতো অলপো শৃঙ্খলা নাই। অলপ সময়ৰ ভিতৰতে এলিচে বুজিলে যে এইটো বৰ সহজবিধৰ খেল নহয়।



খেল-পথাৰত কেবল হৈ-হুলস্থূল, কাজিয়া-কোঢ়াল আৰু চিঞৰ-বাখৰ। ৰাণীৰ বজ্ৰনিনাদ মাজে মাজে শুনা যায়—'এতিয়াই তাৰ মূৰ কাট,' 'তাইৰ শিৰশ্ছেদ কৰ'—ইত্যাদি ইত্যাদি।

এলিচে অশান্তি অনুভব কৰিবলৈ ধৰিলে। কোন মুহূৰ্ত্তত বা ৰাণীৰ কোপদৃষ্টি তাইৰ ওপৰতো পৰে! এই কথাবোৰ ভাবি থাকোঁতেই অকস্মাত শূন্যতে কিবা এটাই চকামকাকৈ দেখা দিয়া যেন লাগি তাই সেই ফালে ৰ লাগি চাই থাকিল আৰু শূন্যৰ সেই বস্তুটোনো কি ভাবি উলিয়াবলৈ যত্ন কৰিলে। তেতিয়া তাই নিজকে কলে, 'অ' এতিয়াহে ধৰিব পাৰিছোঁ। সেইটো দাঁত নিকটোৱা মেকুৰীটো দেখোন। এৰা, কেৱল দাঁত পাৰিহে ওলাই আছে। ভালেই হ'ল, মোৰ তেও কথা পাতিবলৈকে লগ এটা ওলাল!'

এলিচে প্ৰথমে দেখা পাওঁতে মেকুৰীটোৰ কেৱল দাঁতবোৰহে শূন্যত জিলিকি আছিল। শৰীৰৰ বাকী অংশ সম্পূৰ্ণভাবে অদৃশ্য আছিল। দাঁতবোৰ দেখা পোৱাৰ পাচত ক্ৰমান্বয়ে মেকুৰীটোৰ মুখখন শূন্যত জিলিকি উঠিল। মেকুৰীটোৰ মুখখনে তাইক সুধিলে, 'তোমাৰ কেনে লাগিছে?'

এলিচে একোকে উত্তৰ নিদি কিছুপৰ অপেক্ষা কৰিলে; কাৰণ তাৰ কাণ দুখন ওলাবলৈ এতিয়াও বাকী আছে। তাই ভাবিলে যে কাণ দুখন নেদেখা পৰ্য্যন্ত কথা নোকোৱাই ভাল হব। কলেও সি শুনি নাপাব। ক্ষন্তেক পাচতে নাক, চকু, কাণ আদি এটা এটাকৈ ক্ৰমান্বয়ে দেখা পোৱাৰ পাচত মেকুৰীটোৰ গোটেই মূৰটো শূন্যত স্পষ্টভাবে ভাঁহি উঠিল।

এলিচে কাষৰ পৰা চৰাইটো মাটিত নমাই থৈ মেকুৰীটোৰ আগত খেলখনৰ কথাবোৰ বিৱৰি কবলৈ ধৰিলে: সিহঁতে অকণো ভালকৈ খেলা নাই। নিজৰ ভিতৰতে সিহঁতে ইমান ভয়ানক কাজিয়া কৰে যে কাৰো মাত ক'তো নুশুনি। খেলৰ কোনো নিয়ম নাই।

থকা হলেও চাগে নিয়ম মতে কোনেও নেখেলিলেহেতেন। তদুপৰি জীয়া বস্তু কিছুমান লৈ খেলিবলৈ কিযে মস্কিল, তুমি নুবুজিবা। কেটেলা পহুৰ বলবোৰে ইটোক দেখিলে সিটো পলায়।'

মেকুৰীটোৱে তাইক লাহেকৈ সুধিলে, 'ৰাণীক বাৰু তোমাৰ কেনে লাগিছে?'

এলিচে অসন্তোষৰে উত্তৰ দিলে, 'ৰাণীক মোৰ মুঠেই ভাল লগা নাই। ৰাণী ইমান বেচি......' পাচফালৰ পৰা ৰাণীয়ে তাইৰ কথাখিনি শুনিছে বুলি গম পাই তাই কলে, 'ইমান বেচি জিকিবলৈ ধৰিছে যে আমাৰ ফালে একো আশাই নাই।'

মিচিকিয়া হাঁহি এটি ওঁঠত বিৰিঙাই ৰাণী আঁতৰি গল। এইবাৰ ৰজাই এলিচৰ কাষ চাপি সুধিলে, 'তুমিনো কাৰ সতে কথা পাতি আছা?' মেকুৰীটোৰ মূৰটো চকুত পৰাৰ লগে লগে ৰজা স্তম্ভিত হৈ গল।

এলিচে ৰজাক কলে, 'মই এওঁক আপোনাৰ সতে চিনাকি কৰি দিওঁ বাৰু। এওঁ দাঁত নিকটোৱা মেকুৰী। মোৰ বন্ধু!'

ৰজাই উত্তৰ দিলে, 'তাক দেখি মোৰ কিন্তু অকণো ভাল লগা নাই। যি হওক, সি মোৰ হাতত চুমা খাব পাৰে।'

'মই চুমা নেখাওঁ।' মেকুৰীটোৱে কলে।

'ইমান অভদ্র নহবা। তাতে তুমি মোলৈ সেই ধৰণে চাই থকাটোও মই ভাল পোৱা নাই।' বুলি কৈয়েই ৰজাই এলিচৰ গাৰ আঁৰত থিয় হৈ ৰৈ থাকিল। ৰাণীক চকুৰ আগত দেখিহে ৰজাই অলপ সকাহ পাই বৰ অনুনয় কৰি তেওঁক কাতৰ ভাবে কলে, 'তুমি ইয়াক কেনেবাকৈ খেদাই পঠোৱাচোন!'

ৰাণীৰ মুখৰ একমাত্র হুকুম আকৌ জাৰি হল। ঘূৰি নোচোৱাকৈয়ে ৰাণীয়ে আদেশ দিলে, 'তাৰ মূৰ কাটি পেলা।' 'চাউদাঙক মই পঠিয়াই দিওঁগৈ, যাওঁ' বুলি কৈ ৰজা তাৰ পৰা বেগাবেগিকৈ গুচি গল।



এবাৰ এলিচে শুনিলে—ৰাণীয়ে মনদি নেখেলাবিলাকক কাটি পেলাবলৈ হুকুম দিছে। তিনিটাৰ ইতিমধ্যে প্ৰাণদণ্ড হলেই। কোন মুহূৰ্ত্তত তাইৰ মূৰ কটা যায়, তাৰেই বা নিশ্চয়তা কি? সেই ভাবি নিজৰ কেটেলা পহুটো কেনি গল বিচাৰিবলৈ ধৰিলে।

সেই সময়ত এলিচৰ কেটেলা পহুটো আন এটা পহুৰ সতে যুঁজত মত্ত। তাক মাৰি পঠিয়াবৰ বাবে ইয়াতকৈ আৰু সুন্দৰ সুযোগ নোলাব বুলি তাইৰ ভাব হ'ল; কিন্তু কি যে বিপদ! চৰাইটো উৰি গৈ বাগিছাখনৰ সিমূৰৰ গছজোপাত বগাবলৈ চেষ্টা কৰিছে। তাৰ মুখতো বৰ অসহায় অসহায় ভাব।

চৰাইটো তাই ধৰি আনেগৈ মানে কেটেলা পহু হালৰ যুঁজ ভাগিল। তাইৰ মনৰ আশা মনতে মাৰ গল। চৰাইটো কাষত বান্ধি লৈ তাই আকৌ বন্ধু মেকুৰীৰ সতে কথা পাতিবলৈ ধৰিলে।

এইখিনি সময়ৰ ভিতৰতে মেকুৰীটোক এটা বিৰাট দলে আগুৰি ধৰিলে। চাউদাং, ৰজা আৰু ৰাণীৰ মাজত তুমুল তৰ্ক-বিতৰ্ক চলি আছে। বাকী আটাইৰে মনত ভীষণ অশান্তি। এলিচ আহি ওচৰ চাপিলত তিনিওটাই নিজ নিজ যুক্তিবোৰ তাইৰ আগত দাঙি ধৰিলে। তাইক কিবা এটা মীমাংসা কৰি দিবলৈ সিহঁতে অনুৰোধ জনালে। প্ৰত্যেকেই এইদৰে নিজ নিজ যুক্তিবোৰ দাঙি ধৰিছে:—

চাউদাঙৰ যুক্তি: গা নথকা জন্তু এটাৰ মূৰ মই কৰ পৰা কাটি পেলাম? মই এনেকুৱা কাম জীৱনত কৰি পোৱা নাই। এতিয়াও কৰিব নোৱাৰোঁ।

ৰজাৰ যুক্তি: মূৰ থকা যি কোনো এটা জন্তুৰে মূৰ কাটিব পাৰিব লাগিব।

ৰাণীৰ যুক্তি: খুব সোনকালে কিবা এটা মীমাংসা কৰিব নোৱাৰিলে সকলোৰে মূৰ কটা যাব।

ৰাণীৰ এই কথাই সকলোৰে প্ৰাণত হাঁহাকাৰৰ সৃষ্টি কৰিলে।

অলপ ভাবি এলিচে কলে, 'এইটো জমিদাৰণীৰ মেকুৰী। তেওঁক সোধাই ভাল হব।'

বন্দীশালৰ পৰা জমিদাৰণীক লৈ আহিবৰ বাবে ৰাণীয়ে চাউদাঙক পাচিলে। হুকুম পোৱা মাত্রেই চাউদাং কাড় এপাতৰ দৰে যাবলৈ ধৰিলে।

চাউদাং যোৱাৰ লগে লগে মেকুৰীটোৰ মুৰটো বৰ ধীৰে ধীৰে শূন্যত বিলীন হৈ যাবলৈ ধৰিলে। জমিদাৰণীক লৈ চাউদাং ঘূৰি আহে মানে মেকুৰীটোৰ মূৰটো সম্পূর্ণৰূপে শূন্যত অন্তর্দ্ধান হ'ল। ৰজা আৰু চাউদাঙে তাক বিচাৰি গোটেইখন চলাথ কৰি ফুৰিলে।

# নকল কাছৰ কাহিনী

জমিদাৰণীয়ে এলিচক দেখা পোৱা মাত্রকে তাইৰ হাতত মৰমেৰে মুঠি মাৰি ধৰি কলে, 'তোমাক আকৌ দেখা পাই মোৰ বৰ ভাল লাগিছে, মইনা!'

জমিদাৰণীৰ মনৰ অৱস্থা ইমান ফৰকাল হোৱা দেখি এলিচে মনত সান্ত্বনা পালে। তাই ভাবি ললে যে ৰান্ধনি-ঘৰৰ উৎপাত জলকীয়াৰ গোন্ধেহে তেওঁৰ মগজ ইমান গৰম কৰি পেলাইছিল।

এলিচে মনতে কলে, 'মই আগলৈ জমিদাৰণী হওঁ যদি ৰান্ধনি-ঘৰৰ ফালে জলকীয়া নিবলৈকে নিদিওঁ। জলা নিদিলেও আঞ্জাৰ সোৱাদ উঠে। জলাই মানুহক খঙাল কৰে, টেঙাই টেঙায়, তিতাই তিতা লগায়, চেনি বা সোৱাদ বস্তুৱে মন স্থৰদি কৰে। এই কথাবোৰ মানুহে জনা হলে!' ভাৱনাত মগ্ন হৈ এলিচে কাষতে থকা জমিদাৰণীৰ কথা পাহৰিয়েই গৈছিল। তেওঁৰ মাত শুনি তাই যেন টোপনিৰ পৰাহে সাৰ পালে।

জমিদাৰণীয়ে মাত লগালে, 'ভাবি ভাবি মইনা, তুমি কথা কবলৈকে পাহৰি গৈছা। অৱশ্যে ইয়াৰ নীতিকথাটো তোমাক এতিয়া মই কব নোৱাৰিম। পাহৰি গৈছোঁ।'

'ইয়াৰ নীতিকথা বোধকৰো একো নাই'—এলিচে উত্তৰ দিলে।

'মইনা টুট টুট! বিচাৰি উলিয়াব জানিলে প্রত্যেকটো কথাৰে নীতিকথা থাকে।' এইবুলি কৈয়েই জমিদাৰণী এলিচৰ আৰু ওচৰ চাপি গল।

এলিচে ভাল নাপালে। জমিদাৰণী দেখাত বৰ আপচু।

তাতে তেওঁ বেজী যেন জোঙা থুতৰিটোৰে এলিচৰ কান্ধত এনেদৰে হেঁচি ধৰিলে যে তাই কান্ধখন ফৰফৰাবলৈ ধৰিলে। অভদ্ৰতা প্ৰকাশ পোৱাৰ ভয়ত বৰ অস্বস্তি অনুভব কৰিও তাই মুখ ফুটাই একোকে নকলে। তাই মাত্ৰ কলে—'খেল চাগে বেচ ভালদৰেই চলি আছে।'

'হব পায়—তাৰ নীতিকথা এয়ে হব পায়—এয়ে প্ৰেম, এয়ে ভাল পোৱা, যাৰ পৰা পৃথিবীখন চাৰিওফালে ঘূৰিবলৈ ধৰিছে।'—জমিদাৰণীয়ে কলে।

'কোনোবাই কৈছিল দেখোন মানুহে নিজৰ কথাত ব্যস্ত থকাৰ পৰাহে পৃথিবীখন ঘূৰে।' এলিচে উত্তৰ দিলে।

'অঁ হয়। ইয়াৰ নীতিকথা একেটাই। তাৰ নীতিকথা হল—অৰ্থৰ প্ৰতি চকু ৰাখিবা। শব্দবোৰ নিজে ঠিক হৈ যাব।' জমিদাৰণীয়ে কলে।

'প্ৰত্যেকৰে নীতিকথা বিচাৰি এওঁ যে কিমান ভাল পায়!' এলিচে মনতে ভাবিলে।

জমিদাৰণীয়ে আকৌ কলে, 'মই তোমাৰ ককালত ধৰা নাই দেখি তুমি বেয়া পাইছা নহয়? আচল কথা কবলৈ গলে, তুমি কাষত লৈ থকা চৰাইটোৰ মই আসৈ পোৱা নাই। এবাৰ পৰীক্ষা চাওঁনে?'

'আও, নুচুব! সি কামুৰি দিব!' উত্তৰটো এলিচে বৰ সতৰ্ক ভাবে দিছিল।

'বৰ সত্য কথা। ডিঙি দীঘল চৰাই আৰু সৰিয়হ দুয়োটাই কামোৰে। তাৰ নীতিকথা হল চৰাইৰ পাখিবোৰ থূপ খাই থাকে।' জমিদাৰণীয়ে শলাগিলে।

'সৰিয়হ কিন্তু চৰাই নহয়।' এলিচে কলে।

'সঁচা কথা। তুমি যে কি পৰিষ্কাৰ ভাবে কথাবোৰ জানা!'

'বোধকৰো সৰিয়হ এবিধ খনিজাত বস্তু'—এলিচে কলে।



'ঠিকেই। আমাৰ ওচৰতে সৰিয়হৰ খনি এটা আছে। তাৰ নীতিকথা এয়ে যে মোৰ যিমানেই বেচি হয়, তোমাৰ সিমানেই কমি যায়।'

এলিচে কিন্তু সৰিয়হৰ কথাই ভাবি আছিল। সৰিয়হৰ তেল খনিৰ পৰা ওলায় জানো? তাইৰ হঠাৎ মনত পৰি গল আৰু কলে, 'অ' মই জানো। সৰিয়হ এবিধ শস্যহে।'

জমিদাৰণীয়ে কলে, 'তোমাৰ কথাত মোৰো সমৰ্থন আছে। ইয়াৰ নীতিকথা হল—মানুহৰ তোমাৰ প্ৰতি যি বুলি ধাৰণা হয়, তাতকৈ তুমি যিজনী মানুহ হব পাৰিলাহেতেন বা হলাহেতেন, তাতকৈ তুমি যি জনী মানুহ হব পাৰিবাগৈ বা হবাগৈ, তাতকৈ তুমি নিজকে আন ধৰণে ভাবিবলৈ চেষ্টা নকৰিবা।'

এলিচে উত্তৰ দিলে, 'আপুনি কথাখিনি কৈ যাওঁতে মই বুজিবলৈ টান পাইছোঁ। লিখি লোৱা হলেহে বোধকৰো ভালকৈ বুজিব পাৰিলোঁহেতেন।'

এলিচৰ উত্তৰত বৰ সন্তুষ্ট হৈ তাইৰ কথাষাৰৰ ওপৰত তেনে এটা দীঘল নীতিকথা কবলৈ লওঁতেই এলিচে বাধা দি কলে, 'ইমান দীঘল দীঘল কথা কৈ নিজকে কষ্ট দিছে কিয়?'

জমিদাৰণীয়ে উত্তৰ দিলে—'এঃ, কষ্টৰ নাম নুলিয়াবা। মোৰ গোটেইখিনি কথা তোমাৰ হাততে উপহাৰ দিছোঁ।'

হঠাৎ জমিদাৰণীৰ মাত ক্ষীণ হৈ আহিল। এলিচৰ হাতত ধৰি থকা তাইৰ হাতখন ঠক্‌ঠক্‌কৈ কঁপিবলৈ ধৰিলে। মূৰ তুলি চাই এলিচে দেখিলে সন্মুখত উগ্ৰমূৰ্ত্তি ধৰি হাত সাৱটি ৰাণী থিয় হৈ আছে।

জমিদাৰণীয়ে কঁপি কঁপি কলে, 'মহাৰাণী, আজিৰ দিনটো বৰ সুন্দৰ!'

ৰাণীয়ে মাটিত গুৰিয়াই গুৰিয়াই কবলৈ ধৰিলে, 'সাৱধান! তুমি নাইবা তোমাৰ মূৰ এই মুহূৰ্ত্ততে আতৰি যাব লাগিব।

কোনটো শাস্তি গ্ৰহণ কৰিবা নিজে বাচি লোৱা। এতিয়াই! এই মুহূৰ্ত্ততে!'

জমিদাৰণীয়ে নিজে আঁতৰি যোৱাটোকে উত্তম উপায় বুলি ভাবি ততালিকে তাৰ পৰা আঁতৰ হ'ল।

ৰাণীৰ নিৰ্দ্দেশ মতে ভয়ে ভয়ে এলিচে খেল-পথাৰলৈ ৰাণীক অনুসৰণ কৰি যাবলৈ ধৰিলে। ৰাণীৰ অনুপস্থিতিৰ সুযোগ লৈ সকলোৱে গছৰ ছাঁত বহি জিৰাই আছিল। খেলাৰ পাচৰ চোৱা সময়ত ৰাণীৰ মুখৰ পৰা কেৱল প্ৰাণদণ্ডৰ হুকুমবোৰ আখৈ ফুটাদি ফুটিছিল।

অৱশেষত ভাগৰত অৱশ হৈ ৰাণী এলিচৰ ওচৰলৈ আহি সুধিলে, 'তুমি নকল কাছটো দেখিলানে নাই?'

'নাই দেখা। দেখা নালাগে, নামকে শুনা নাই। বস্তুটোনো কি তাকেই নাজানো।' এলিচে উত্তৰ দিলে।

ৰজা, ৰাণী আৰু এলিচ আগবাঢ়ি গৈ থাকিল। কিন্তু এলিচৰ মন অশান্তিৰে পৰিপূৰ্ণ। অতবোৰ প্ৰাণীৰ প্ৰাণদণ্ডৰ কথা শুনি তাইৰ অন্তৰখনে কান্দিবলৈ ধৰিলে। ৰজাই সকলোবোৰ দোষীকে ক্ষমা কৰা হৈছে বুলি কোৱাৰ পাচতহে তাই স্বস্তিৰ নিশ্বাস পেলালে।

ৰ'দ লৈ গ্ৰাইফন শুই আছিল। (গ্ৰাইফন এটা কাল্পনিক প্ৰাণী) তাক তেনে অৱস্থাত দেখি ওচৰ চাপি গৈ ৰাণীয়ে কলে, 'উঠ, এলেহুৱাটো! এই মহিলা গৰাকীক নকল কাচটোৰ ওচৰলৈ লৈ যা। সি তেওঁক এটা গল্প কৈ শুনাব।'

গ্ৰাইফনে চকু দুটা মোহাৰি ৰাণী যোৱাৰ ফালে ৰ লাগি বহুপৰ চাই থাকিল। তাৰ পাচত সি এলিচক উদ্দেশ্য কৰি কলে— 'বলা'।

তাৰ আদেশ পালন কৰিবলৈ ভাল পোৱা নাছিল যদিও তাই তাৰ পিচে পিচে যাবলৈ ধৰিলে। অলপ গৈয়েই দূৰৰ এছটা শিলৰ ওপৰত নকল কাছটো বহি থকা সিহঁতে দেখা পালে। ওচৰ চাপি



অহাৰ লগে লগে এলিচে তাৰ বুকুভগা হুমুনিয়াহ শুনিবলৈ পালে। তাৰ প্ৰতি সহানুভূতিৰে তাইৰ অন্তৰ উপচি পৰিল।

নকল কাছৰ একেবাৰে সন্মুখত থিয় হৈ এলিচে দেখিলে যে তাৰ চকুহাল পানীৰে চলচলীয়া হৈ আছে। মুখত এযাৰো মাত নাই।

গ্ৰাইফনে এলিচক তাৰ সতে চিনাকি কৰি দি কলে, 'এই গৰাকী তিৰোতাই তোমাৰ গল্প শুনিবলৈ আগ্ৰহ কৰিছে।' নকল কাছই আনন্দ মনেৰে কলে, 'কম বাৰু। তোমালোক দুয়ো বহা। কিন্তু এটা চৰ্ত্ততহে মই গল্প কবলৈ সাজু আছোঁ। মই কৈ শেষ নকৰা পৰ্য্যন্ত তোমালোকে কোনেও মুখেৰে সৰু শব্দ এটাও উচ্চাৰণ কৰিব নোৱাৰিবা।'

এলিচ আৰু গ্ৰাইফনে মূৰ দুপিয়াই সম্মতি প্ৰকাশ কৰিলে।

এটা দীঘল হুমুনিয়াহ কাঢ়ি নকল কাছই গল্প আৰম্ভ কৰিলে: 'এসময়ত মই আচল কাছই আছিলোঁ।'

এইখিনি কৈয়েই নকল কাছৰ শোকে খুন্দা মাৰি ধৰিলে। এই সময়খিনিৰ সুদীৰ্ঘ নীৰবতাৰ মাজতে এলিচে ভাবিলে, 'ইমানতে কিজানি তাৰ গল্প কোৱা শেষ হ'ল।' তথাপিও একোকে নকৈ আগৰ দৰেই তাই বহি থাকিল।

অৱশেষত নকল কাছই মাত লগালে, 'সৰু কালতে সাগৰৰ এখন স্কুলত আমি পঢ়িবলৈ গৈছিলোঁ। শিক্ষক আছিল এজন বুঢ়া কাছ। আমি তেওঁক কচ্ছপ বুলি মাতিছিলোঁ।'

'কচ্ছপ বুলি মাতিছিলা কিয়?' আগৰ প্ৰতিশ্ৰুতি পাহৰি এলিচে সুধিলে।

নকল কাছৰ খং উঠিল। ডাঙৰ মাতেৰে সি কলে, 'কাৰণ তেওঁ আমাক লিখা-পঢ়া কৰিবলৈ শিকাইছিল! অ' তুমি চোন বৰ বুৰ্ব্বক!'

এলিচৰ ফালে ক্ৰোধৰ চকুৰে চাই গ্ৰাইফনে কলে, 'এনে এটা সহজ প্ৰশ্নও তুমি সুধিব লাগিছিল নে?'

সিহঁত দুয়োটাই অতি ক্রোধ দৃষ্টিৰে কিছুপৰ এলিচৰ ফালে পোন্দোৰাকৈ চাই থাকিল। তাইৰ এনে ভাব হ'ল—যেন এই মুহূৰ্ত্তে মাটি ফাটি তললৈ সোমাইহে যাব!



নকল কাছই পুনৰ কবলৈ ধৰিলে, 'সঁচাকৈয়ে আমি সাগৰৰ মাজৰ স্কুললৈ গৈছিলোঁ। তুমি কথাটো বিশ্বাস নকৰিবা বুলি মই জানো।'

এলিচে সুধিলে, 'বিশ্বাস নকৰোঁ বুলিনো মই তোমাক কেতিয়া কলোঁ?'



'এতিয়াই কৈছিলা তুমি,' নকল কাছই কলে।

এলিচে কিবা এটা কবলৈ পোৱাৰ আগতেই গ্ৰাইফনে ধমক দিলে, 'তুমি কিন্তু মুখ চন্তালি কথা কবা দেই।'

নকল কাছই কৈ গল, 'বাস্তৱিকতে আমি তাত অতি উত্তম শিক্ষা লাভ কৰিছিলোঁ। সঁচা কথা কবলৈ গলে আমি সদায়েই স্কুললৈ গৈছিলোঁ।'

এলিচে মাত লগালে, 'স্কুললৈময়োতো যাওঁ! তাকে লৈ তুমি মোৰ আগত ইমান ফুটনি কৰা কিয়?'

'তোমাৰ অতিৰিক্ত বিষয় আছে?'

'আছে তো! আমি ফৰাচী আৰু সঙ্গীত শিকোঁ।'

'ধুই নিকা কৰা বিদ্যা একা?'

'তুমি মোক ইঁহুৰালা দেও! সেইটো নো এটা শিকিব লগা বিষয় নে?'

'তোমালোকৰ স্কুল তেনেহলে ভালটোৰেই আছিল! আমি তাত কি কি শিকিছিলোঁ কওঁ শুনা। ফৰাচী ভাষা আৰু সঙ্গীত! ধোৱা-পখলা বিদ্যাটো আছিল ওপৰঞ্চি।'

'তোমালোকে সাগৰৰ পানীত বাস কৰা যেতিয়া ধোৱা-পখলা শিকাৰ কিন্তু কোনো প্ৰয়োজন নাছিল।'

'আচলতে সেইটোকে শিকিবলৈ মই টান পালোঁ। বাকীবোৰেই মোৰ মূৰত ধৰি গলগৈ।'

'বাকীবোৰ নো কি, এটা এটাকৈ কোৱাচোন।'

নকল কাছই এইবাৰ গহীনভাবে উত্তৰ দিলে, 'প্ৰথমতে পাক খোৱা আৰু দ্বিতীয়তে মোচৰ খোৱা। তাৰ পাচত শিকিব লগা হল অঙ্কৰ বেলেগ বেলেগ বিষয়, যেনে—উচ্চ আশা, ভ্ৰম, ঠাট্টা-মস্কৰা আৰু আপচু কৰা।'

আচৰিত হোৱাৰ দৰে এলিচে কলে, 'আপচু কৰা বুলি কিবা এটা বিদ্যা আছে বুলিতো মই আজিলৈকে শুনা নাই।'

অবাক হৈ দুয়োখন হাত ওপৰলৈ তুলি গ্ৰাইফনে সুধিলে, 'আপচু কৰাৰ কথা তুমি আজিলৈকে শুনা নাই ? আচৰিত কথা ! কিন্তু সুন্দৰ কৰাৰ বিষয়ে তুমি নিশ্চয় শুনিছা ?'

এলিচে উত্তৰ দিলে, 'সুন্দৰ কৰা মানে বস্তু এটা আৰু বেচি ধুনীয়া কৰা।'

'আপচু কৰাৰ কথা তুমি যদি আজিলৈকে শুনা নাই তেনেহলে তুমি মূৰ্খ,' ঘৃণাৰ চকুৰে তাইলৈ চাই গ্ৰাইফনে কলে।

এলিচে ভাবিলে যে কথা কটা-কটি কৰা একেবাৰে নিৰৰ্থক। নকল কাছক তাই এইবাৰ সুধিলে, 'কোৱাচোন, তোমালোকে আৰু কি কি শিকিব লগা হৈছিল ?'

নকল কাছই উত্তৰ দিলে—'আৰু নতুন পুৰণি বহুত ৰহস্য-বিদ্যা। যেঁহাই যেঁহাই পঢ়িবলৈকো আমি শিকিছিলোঁ। সাগৰৰ বুঢ়া মাছ এটাই সপ্তাহত এবাৰকৈ গা-মিৰি দিবলৈ আৰু মূছকঁচ যাবলৈ আমাক শিকাইছিল।'

'সেইটোনো আকৌ কি ?' এলিচে সুধিলে।

'সেইটো তোমাক এতিয়া মই কৰি দেখুৱাব নোৱাৰিম। কাৰণ মই বৰ ঠৰঙা। গ্ৰাইফনেও শিকা নাই।'

নকল কাছৰ কথাষাৰৰ মূৰতে গ্ৰাইফনে কলে, 'সেইবোৰ শিকিবলৈ মই সময়কে নাপালোঁ। শাস্ত্ৰৰ বিদ্যা শিকিবলৈ এটা কেঁকোৰাৰ ওচৰলৈ যাওঁতেই মোৰ সময়খিনি গল।'

'মই কিন্তু তাৰ ওচৰলৈ এদিনো যোৱা নাছিলোঁ। ইহঁতৰ মুখেহে শুনিছোঁ—সি বোলে বেজাৰ কৰিবলৈ আৰু হাঁহিবলৈ শিকাইছিল।' কথাখিনি কোনোমতে কৈ শেষ কৰিয়েই নকল কাছই দীঘলকৈ হুমুনিয়াহ এটা পেলাই বিষণ্ণৰূপ ধাৰণ কৰিলে।

'তাকেই শিকায়। হয়, হয়,' বুলি গ্ৰাইফনেও বেজাৰত মুখখন ঢাকি ধৰিলে।



সিহঁতে আৰু কথা কোৱাৰ আশা নেদেখি এলিচে সুধিলে, 'তোমালোকে বাৰু দিনটোত কেইঘণ্টাকৈ পঢ়িছিলা ?'

নকল কাছই উত্তৰ দিলে, 'প্ৰথম দিনা দহ ঘণ্টা, তাৰ পাচৰ দিনা ন ঘণ্টা, সেইদৰে দিনে এঘণ্টাকৈ কমি আহে।'

'কি আচৰিত নিয়ম ! তেনেহলে এঘাৰ দিনৰ দিনাহে পূৰা এদিন ছুটী হয় !' এই কথাষাৰ কবলৈ এলিচে কম ভাবিব লগা হোৱা নাছিল।

'এঘাৰ দিনৰ দিনা বন্ধ থাকে।' নকল কাছই কলে।

'তেনেহলে বাৰ দিনৰ দিনা আকৌ কেনেকৈ আৰম্ভ হয় ?'

গ্ৰাইফনে নকল কাছক পঢ়াৰ বিষয়ে আৰু বেচি কথা কবলৈ মনা কৰিলে ; কাৰণ সেইবিষয়ে ইতিমধ্যে যথেষ্ট কোৱা হৈছে। সেইবাবে আমোদজনক নাচটোৰ বিষয়ে এলিচক দুষাৰমান কবলৈ সি তাক অনুৰোধ জনালে।

# মিছামাছৰ নাচ

হিয়াভগা হুমুনিয়াহ এটা কাঢ়ি নকল কাছই হাতোৰা দুটাৰে তাৰ চকুকিটা মোহাৰি ললে। এলিচৰ মুখলৈ চাই কথা কব খোজোঁতেই তাৰ ডিঙিত শোকে খুন্দা মাৰি ধৰিলে। মুখৰ মাত সম্পূৰ্ণভাৱে ৰুদ্ধ হল। নকল কাছৰ এই অৱস্থা দেখি গ্ৰাইফনে কলে, 'হাড় এডোখৰ লাগি ধৰাৰ দৰে তাৰ ডিঙিতো বেজাৰ লাগি ধৰিছে।' এইবুলি কৈয়েই সি তাৰ কামত লাগি গল। নকল কাছৰ গাত ধৰি বেচকৈ জোকাৰ দুটামান মাৰি সি পিঠিত চিকুটি দিলে। গ্ৰাইফনৰ অশেষ চেষ্টাৰ ফলত নকল কাছই জানিবা অৱশেষত তাৰ মাত পুনৰ ঘূৰাই পালে। তাৰ গাল দুখনেদি চকুপানী বাগৰিলে অনৰ্গল। শেষত সি বৰ কষ্টেৰে কথা আৰম্ভ কৰিলে ঃ

'তুমি সাগৰৰ তলিত কোনোদিনে থকা নাই আৰু তোমাৰ বোধকৰো মিছামাছৰ সতে চিনা-পৰিচয়ো হোৱা নাই। সেইবাবে মিছামাছৰ নাচ কিমান ওখ খাপৰ বস্তু, তুমি সেইবিষয়ে মুঠেই নাজানা।'

এলিচে উত্তৰ দিলে, 'মই নাচটোৰ বিষয়ে সঁচাকৈ একো নাজানো। কেনে ধৰণৰ নাচ এইটো?'

নাচটোৰ কথাই সিহঁত দুয়োটাৰে হেৰুৱা উদ্যম যেন পুনৰ ঘূৰাই আনিলে। বৰ উদ্দীপনাৰে সিহঁতে ওপৰা-উপৰিকৈ নাচটোৰ বিষয়ে কবলৈ ধৰিলে। গ্ৰাইফনে বাক্যটোৰ আধা অংশ কৈ থাকোঁতেই বাকী অংশ নকল কাছই কৈ শেষ কৰে। নকল কাছই যদি এটা সম্পূৰ্ণ বাক্য কয়, পাচৰটো বাক্য আৰম্ভ কৰে গ্ৰাইফনে।

গ্ৰাইফনে আৰম্ভ কৰিলে, 'প্ৰথমতে সাগৰৰ পাৰত শাৰী পাতিব লাগিব।'



'দুশাৰী হব লাগিব।' নকল কাছই চিঞৰি কলে, 'চীল, কাছ, চেলেকণা আদি মাছবোৰ আঁতৰাই থব লাগিব!'

'সময় হলে লাগিব অলপ।' গ্ৰাইফনে কলে।

'দুবাৰ আগুৱাই যোৱা।'

'গাই প্ৰতি একোটিকৈ মিছামাছ লগৰীয়া লোৱা!'

'যিমান দূৰ পাৰা সাগৰত—'

'সাঁতুৰিবা সিহঁতৰ পাচত'—গ্ৰাইফনে চিঞৰিবলৈ ধৰিলে।

'সাগৰত খৰ মৰা' বুলি কৈ নকল কাছই ঠেং দুটাৰ ওপৰত পোন হৈ জপিয়াবলৈ ধৰিলে।

'মিছামাছবোৰ সলাই লোৱা'—গ্ৰাইফনে এইবাৰ বেবাই দিলে।

'আকৌ পাৰলৈ ঘূৰি আহা।'

শেষৰ বাক্যটো কওঁতে নকল কাছৰ মাতটো ক্ষীণ হৈ আহিছিল। অতপৰে বলিয়াৰ দৰে ইফালে সিফালে জপিয়াই চিঞৰি থকা এই প্ৰাণী দুটাই বৰ বেজাৰ মনেৰে নীৰবে বহি এলিচৰ মুখলৈ চালে।

বৰ সঙ্কোচ মনেৰে এলিচে কলে, 'নাচটি বৰ বঢ়িয়া যেন লাগিছে।'

'তোমাৰ নাচটো অলপ চাবৰ মন আছে নেকি?' নকল কাছই তাইক সুধিলে।

'আছে তো! নাচটো চাবলৈ মোৰ বৰ মন গৈছে।'

নকল কাছই গ্ৰাইফনলৈ চাই কলে, 'নাচটোৰ প্ৰথম চোৱাকে আমি নাচি দেখুৱাওঁ আহা। এতিয়া বাৰু মিছামাছবোৰ নহলেও হব। পিচে গানটো গাব লাগিব নহয়। কোনে গাব?'

'তুমি গোৱা। মোৰ ভালকৈ মনত নাই। পাহৰিছোঁ।' গ্ৰাইফনে উত্তৰ দিলে।

এলিচৰ চাৰিওফালে ঘূৰি ঘূৰি সিহঁতে গুৰু-গম্ভীৰভাৱে নাচিবলৈ ধৰিলে। নাচি নাচি ঘূৰি থাকোঁতে সিহঁতে এলিচৰ গাৰ নিচেই কাষেদি পাৰ হৈ গৈ তাইৰ ভৰিৰ আঙুলিবোৰ গচাক যায়। নাচৰ লগে লগে নকল কাছই বৰ ধীৰে ধীৰে, বৰ দুখলগাকৈ গীত জুৰিলে ঃ

'খৰকৈ দিবানে খোজ ?' এটা মাছে সোধে শামুকক ,
'শিহুটোৱে চল চাই দিলে মোৰ নেজত গছক।
কাছ আৰু মিছামাছে শিলনিতে চাই আছে বাট,
যোৰ পাতি নাচিবলৈ ; তুমিও দিবানে যোগ তাত ?

দিবানে নিদিবা, দিবানে নিদিবা, দিবানে নাচত যোগ ?
দিবানে নিদিবা, দিবানে নিদিবা, নিদিবানে নাচত যোগ ?

কিমান ফুৰ্ত্তিৰ নাচোন ইযে তুমি তো জনা নাই,
আমাক দাঙি সিহঁতে দিব সাগৰত দলিয়াই।'
'বৰ দূৰ হব, নোৱাৰো যাব', শামুকটোৱে কলে,
দূৰৰ পৰাই মাছটোৰ ফালে কেৰাহিকৈ চালে।

নিদিব নোৱাৰিব, নিদিব নোৱাৰিব, নিদিব নাচত যোগ,
নিদিব নোৱাৰিব, নিদিব নোৱাৰিব, নোৱাৰিব দিব নাচত যোগ।
নকৰা কিয়নো দূৰ বুলি সোণ, নাচ উপভোগ,
ভয়ৰ কাৰণ একোটি নাই, দিয়া নাচত যোগ।

দিবানে নিদিবা, দিবানে নিদিবা, দিবানে নাচত যোগ
দিবানে নিদিবা, দিবানে নিদিবা, নিদিবানে নাচত যোগ ?'

ইমানতে গানটো শেষ হল আৰু নাচটোৰো ওৰ পৰিল। এলিচে স্বস্তিৰ নিশ্বাস এটা পেলাই কলে, 'তোমালোকক মোৰ ধন্যবাদ জনাইছোঁ। নাচটো চাই মোৰ বৰ ভাল লাগিল।'

গ্ৰাইফন বৰ তুষ্ট হ'ল। সি তেতিয়া তাইক কলে, 'তেনেহলে তোমাৰ কিছুমান বীৰত্বৰ কাহিনীও আমাক শুনোৱা।'

এলিচে তেতিয়া বৰ গমি পিতি তাইৰ জীৱনৰ সেই দিনটোত ঘটা আচৰিত ঘটনাবোৰৰ কথাকে সিহঁতক কবলৈ মন মেলিলে। তাই কলে, 'আজি ৰাতিপুৱাৰ পৰা মোৰ জীৱনত যিবোৰ ঘটনা



ঘটিছে, তোমালোকক কব পাৰিম। কিন্তু কালি বা তাৰ আগৰ মোৰ অতীত দিনবোৰৰ কথা কৈ লাভ নাই। কাৰণ তেতিয়া মই এজনী সম্পূৰ্ণ বেলেগ ছোৱালী আছিলোঁ।'

'তেনেহলে গোটেইখিনি কথা বহলাই আমাক কোৱা।' নকল কাছই কলে।

তাকে শুনি গ্ৰাইফনে বৰ অধৈৰ্য্য ভাবে কলে, 'নালাগে নালাগে বহলাই কব। আচল কথাখিনি কৈ গলেও হব।'

বগা শহাটো দেখাৰে পৰা সেইদিনাৰ অদ্ভুত ঘটনাৱলী এলিচে হুবহু বৰ্ণাই যাবলৈ ধৰিলে। দুয়োটা প্ৰাণীয়ে তাইৰ গাতে গা লগাই বহি মুখ মেলি বৰ মনোযোগেৰে তাইৰ গল্পটো শুনি যাবলৈ ধৰিলে। পলুটোৰ আগত গোৱা 'হেৰা পিতা লম্বোদৰ' নামৰ কবিতাটো পুনৰ সিহঁতৰ আগত আবৃত্তি কৰোঁতে নকল কাছই বৰ বিৰক্তিৰে মাত লগালে, 'এইবোৰ একেবাৰে নোহোৱা-নোপজা কথা।'

গ্ৰাইফনেও শলাগিলে, 'হয় হয়। এনে নাভূত নাশ্ৰুত কথা আৰু শুনা নাই দেও!'

নকল কাছই তাৰ পাচত গ্ৰাইফনৰ মুখৰ ফালে চাই কলে, 'তাইৰ মুখত কথাবোৰ ওলট-পালট হৈ ওলাইছে। আকৌ গাবলৈ কোৱা।'

গ্ৰাইফনেও বেচ প্ৰভুত্ব দেখুৱাই এলিচক কলে, 'ঠিয় হোৱা। এতিয়া গোৱা এই কবিতাটো—'মিছামাছে কলে......'

অনিচ্ছাসত্বেও এলিচ উঠিল। তাইৰ মন সেই সময়ত মিছামাছৰ নাচটোৰ কথাৰে পৰিপূৰ্ণ হৈ আছিল। তাইৰ নিজৰ মুখৰ পৰা যিবোৰ কথা ওলাই আহিল সেইবিলাক তাই নিজেই যেন বিশ্বাস কৰিব নোৱাৰে। এলিচে মুখস্থ মাতিলে ঃ

'মিছামাছটোৱে কলে, 'মোক ভাজিলা ৰঙাকৈ।
এতিয়া চুলিত মই চেনি লগাওঁ কেনেকৈ ?'
পাতিহাঁহে চকুটোৰে, সিও তাৰ নাকটোৰে
পেটী আৰু বুটামবোৰ ঠিক ঠাক কৰে।'

কবিতাফাকি শুনি গ্ৰাইফন আৰু নকল কাছই আশ্চৰ্য্য আৰু বিৰক্তি প্ৰকাশ কৰিলে। এলিচে কিন্তু মনত বৰ দুখ পালে। তাইৰ জীৱনলৈ আগৰ দৰে সহজ পোনপটীয়া সুন্দৰ দিনবোৰ আৰু কাহানিও ঘূৰি নাহিব নেকি? তাই ভাবি থাকোঁতেই নকল কাছই কলে যে ব্যাখ্যা নকৰা বাবেই সি সম্ভব কথাবোৰ বুজা নাই। এলিচে কথাবোৰ ব্যাখ্যা কৰি যোৱা উচিত হব। গ্ৰাই-ফনে কিন্তু ব্যাখ্যাৰ নামকে শুনিব নোৱাৰে। সেই বাবে লৰা-লৰিকৈ সি কৈ থলে যে সেইবোৰ কথা ব্যাখ্যা কৰা এলিচৰ বাবে অসম্ভব। তাৰ পাচত এলিচক সি দ্বিতীয় ফাকি কবিতা গাবলৈ আদেশ দিলে।



তাৰ আদেশ অমান্য কৰিবলৈ সাহ নকৰি এলিচে ভয়ে ভয়ে দ্বিতীয় ফাকি কবিতা গাবলৈ ধৰিলে:

বাগিচাৰ মাজেদি যাওঁতে দেখিছিলোঁ হায়!
বাঘ আৰু কেঁচা বহি আছে কিবা খায়।
খাই উঠি কেঁচাই চামুচখনি জেপতে ভৰালে
বাঘটোৱে হাতত কটাৰী লৈ গুজৰি ফুৰিলে।

বৰ অতিষ্ঠ হোৱাৰ দৰে নকল কাছই কলে, 'এই অৰ্থহীন কথা-বোৰকে বাৰে বাৰে ঘূৰাই পকাই গাই থকাৰ পৰা কি লাভ আছে? তাতে মাজে মাজে ব্যাখ্যাও কৰি যোৱা নাই।'



গ্ৰাইফনে তাকে শুনি কলে, 'তেনেহলে ইমানতে সামৰণি মাৰি থোৱা। বাদ দিয়া, আৰু গাই থাকিব নালাগে।'

এলিচে সকাহ পালে। গ্ৰাইফনে নকল কাছক আকৌ অনুৰোধ জনালে গীত এটা গাবলৈ। নকল কাছই সন্মতি জনাই গভীৰ হুমু-নিয়াহ এটাৰে 'নকলী মাংসৰ জোল'—গীতটি গোৱা আৰম্ভ কৰি দিলে:

নকলী মাংসৰ জোল,
ধোঁৱা বলে গৰম পাত্ৰৰ
সেউজীয়া বিতোপন,
খাবলৈ যায় মন।
বৰ ভাল, এনেনো ঐ লাগে ভাল!
সন্-ধি-য়াৰ, সন্-ধি-য়াৰ সু-ৱ-দি জোল
সন্ধিয়াৰ, সন্-ধি-য়াৰ সু-ৱ-দি জোল!
মাছ কোনে খায়
হাঁহ বা চৰাই?
একো মূল্য নাই।
খোৱা সবে সন্-ধি-য়াৰ জোল!
বৰ-হিয়া, বঢ়িয়া বৰ-হিয়া জোল।
এনে মিঠা সন্-ধি-য়াৰ জোল।
সন্-ধি-য়াৰ সু-ৱ-দি এনে মিঠা জোল।

এনে সময়তে দূৰত ৰাজসভাৰ বিচাৰ আৰম্ভৰ ধ্বনি শুনা গল।

'বিচাৰ আৰম্ভ হল আহাঁ' বুলি গ্ৰাইফনে এলিচক চোচোৰাই নিয়াৰ দৰে টানি তাইৰ হাতত ধৰি লৰ মাৰিলে।

'কিহৰ বিচাৰ?' লৰি যাওঁতে এলিচে সুধিলে।

'আহি থাকা' গ্ৰাইফনে মাত্ৰ এইষাৰ কথাহে কলে।

নকল কাছই কিন্তু তেতিয়াও গানটো গায়েই আছিল। লৰি আহি থাকোঁতে ভালেখিনি দূৰৰ পৰা এলিচে গীত শুনা পালে—বতাহত তেতিয়াও ক্ষীণভাবে ভাঁহি থকা নকল কাছৰ গীতৰ শেষ কলিটো 'সন্ধিয়াৰ এনে মিঠা জোল!'

# কোনে চুৰ কৰিলে কচুৰি

ৰাজসিংহাসনত হৰতনৰ ৰজা আৰু ৰাণী বহি আছে। সন্মুখত সকলোবিধৰ পশুপক্ষীৰ সমাবেশেৰে প্ৰজাৰ এখনি বিৰাট সভা। তাচপাতৰ গোটেই জাপটোৰ সকলোটিয়েই সমজুৱা প্ৰজাৰ মাজত উপস্থিত আছিল। সকলোৱে সন্মুখত বন্দী অৱস্থাত গোলামক থিয় কৰোৱা হৈছে। তেতিয়াও তাৰ গাত চুকাযে চুটা প্ৰহৰীয়ে ধৰি আছে। ৰজাৰ নিচেই কাষতে থিয় হৈ আছে বগা শহাটো। তাৰ এখন হাতত এটা শিঙা আৰু আনখন হাতত আছে এনুৱা কাগজ। ৰাজদৰবাৰৰ সোঁ মাজতে মিঠাইৰ থাল এখনো সজাই থোৱা আছে।

ৰজাই আছিল বিচাৰক। ডাঙৰ পাগুৰিৰ ওপৰত তেওঁ ৰাজ-মুকুট পৰিধান কৰিছিল। বাৰটা বিবিধ প্ৰাণীয়ে একে ঠাইতে বহি ব্যস্তভাৱে ফলিত কিবাকিবি লিখিবলৈ ধৰিছে। এলিচে বুজিলে যে এওঁলোকেই জুৰি। তেতিয়া তাই গ্ৰাইফনৰ কাণতে ফুচফুচাই সুধিলে, 'এওঁলোকে বাৰু ইমানকৈ কি লিখিছে? বিচাৰ আৰম্ভ হোৱাৰ আগতে এওঁলোকৰ তো লিখিবলৈ একোকে নাথাকে!'

গ্ৰাইফনেও ফুচফুচাই উত্তৰ দিলে, 'এওঁলোকে নিজৰ নামবিলাক লিখি ৰাখিছে। নহলে বিচাৰ শেষ হোৱাৰ আগতে তেওঁলোকে নিজৰ নামবোৰকে পাহৰি পেলাব পাৰে।'

ইস্‌ইসাই এলিচে কলে, 'বলিয়ালিৰ আৰু সীমা নাই।' সেই মুহূৰ্ত্ততে বগা শহাটোৱে ডাঙৰ ডাঙৰকৈ কবলৈ ধৰিলে, 'ৰাজসভাত কোনেও কথা পাতিব নোৱাৰিব।' ৰজায়ো বিতচকুযোৰ পিন্ধি লৈ কোনেনো কথা পাতিছে চাবলৈ ধৰিলে।





জুৰিৰ সভ্য কেইজন কিন্তু তেতিয়াও লিখাত ব্যস্ত আছিল। তেওঁলোকে কিনো লিখিছে জানিবৰ মনেৰে এলিচে দূৰৰ পৰা ফলি-বোৰৰ ওপৰেদি এবাৰ চকু ফুৰাই চালে। কিন্তু কি আচৰিত কথা! তেওঁলোকে তাই কোৱা কথাষাৰকে ফলিত লিখি আছে—'বলিয়ালিৰ আৰু সীমা নাই!' তাৰে এজনে 'বলিয়ালি' শব্দটো শুদ্ধকৈ লিখিব নোৱাৰি কাষৰে আন এজনক সুধি লৈছে।

এনেতে হঠাৎ জুৰিৰ সভ্য এজনৰ পেন্সিল ডাল ভাগি থাকিল। চাই থাকিব নোৱাৰি এলিচে পেন্সিল ডাল পাচফালৰ পৰা থাপ মাৰি লৈ আহিল। একোকে বুজিব নোৱাৰি সভ্যজনে ইফালে সিফালে চাই নিজৰ আঙুলিৰ আগটোৰে লিখিবলৈ বাধ্য হল। তেওঁ লিখেহে লিখে কিন্তু ফলিত মুঠেই দাগ নবহে। জুৰিৰ সভ্যজনক এলিচে চিনি পাইছিল। তেওঁ আছিল বিল নামৰ জেঠীটো।

সেই সময়তে ৰাজোচিত গম্ভীৰ মাতেৰে ৰজাই আদেশ দিলে, 'দূত, তুমি অভিযোগটো পঢ়ি দিয়া।'

ৰাজ-আজ্ঞা পাই বগা শহাটোৱে তিনিবাৰ তাৰ শিঙাত ফুকি দিলে। তাৰ হাতত পকাই থোৱা কাগজ-খন খুলি পঢ়ি গল ঃ



বাৰিষাতে এদিন
হৰতনৰ ৰাণীয়ে
কিছুমান কচুৰি বনালে,
সেই কচুৰি সোপাকে
হৰতনৰ গোলামে
মনে মনে চুৰ কৰি নিলে!

ৰজাই জুৰিলৈ চাই কলে, 'তোমালোকে এতিয়া ৰায় দিয়া।'



ৰজাৰ কথা শুনি বগা শহাটোৱে দেও পাৰি চিঞৰি কবলৈ ধৰিলে, 'ৰায় দিবৰ সময় এতিয়াও হোৱা নাই। এতিয়াও প্ৰকাশ পাবলৈ বহুত কথাই বাকী আছে।'

ৰজাই কলে, 'তেনেহলে প্ৰথম সাক্ষীটোক আহিবলৈ কোৱা হওক।'

বগা শহাটোৱে শিঙাত আকৌ ফুঁ দিলে আৰু চিঞৰি মাতিলে, 'প্ৰথম সাক্ষী হাজিৰ!'

প্ৰথম সাক্ষীটোৱেই আছিল টুপীৱলা। এখন হাতত চাহৰ কাপটো আৰু আনখন হাতত এটুকুৰা ৰুটি লৈ ৰজাৰ আগত উপস্থিত হৈ টুপীৱলাই কলে, 'এইবোৰ হাতত লৈ অহা বাবে মোক ক্ষমা কৰিব। কাৰণ খাই শেষ কৰিবলৈ নৌ পাওঁতেই 'চমন' আহি পালেহি।'

'তুমি তাতে খাই শেষ কৰি অহা উচিত আছিল। খাবলৈ কেতিয়া আৰম্ভ কৰিছিলা বাৰু?' ৰজাই সুধিলে।

টুপীৱলাৰ পিচফালে বলিয়া শহা আৰু এন্দুৰটো কান্ধত ধৰাধৰি-কৈ থিয় হৈ আছিল। টুপীৱলাই সিহঁতলৈ চাই সুধিলে, 'মই চৌদ্ধ তাৰিখেই খোৱা আৰম্ভ কৰিছিলোঁ হবপায়?'

'নহয়, পোন্ধৰ তাৰিখে।' বলিয়া শহাই কলে।

'ষোল্ল তাৰিখে।' এন্দুৰটোৱে কলে।

ৰজাই জুৰিক গোটেইখিনি কথা লিখি ৰাখিবলৈ আদেশ দিলে। জুৰিৰ সভ্যসকলে তিনিওটা তাৰিখ লিখিলে, যোগ কৰিলে আৰু উত্তৰটো টকা-অনাৰৈ ভাঙি চমু কৰিলে।

তাৰ পিচত ৰজাই টুপীৱলাক আদেশ দিলে, 'তোমাৰ টুপী খুলি পেলোৱা।'

টুপীৱলাই কাতৰ ভাবে উত্তৰ দিলে, 'এইটো যে মোৰ টুপী নহয়!'

'তেনেহলে এইটো চুৰি বস্তু!' ৰজাই গৰ্জ্জি উঠিল। তেওঁ

অৰ্থপূৰ্ণ চাৱনিৰে জুৰিলে চালে। সেই সময়ত তেওঁলোক লিখাত ব্যস্ত।

টুপীৱলাই নিজৰ বাবে নিজে উকালতি কৰিলে, 'মই টুপীৱলা। টুপী বেচি মই জীৱিকা নিৰ্ব্বাহ কৰো। বিক্ৰি কৰিবৰ বাবেহে টুপীবোৰ মই লগত ৰাখো। এতেকে টুপীবোৰ মোৰ নিজা বস্তু নহয়।'

টুপীৱলাই কথা কৈ থকা অৱস্থাতে চচ্মাজোৰ পিন্ধি লৈ ৰাণীয়ে সুতীক্ষ্ণ দৃষ্টিৰে তাৰ ফালে চাবলৈ ধৰিলে। ৰাণীৰ সেই অগ্নিবৰষা চাৱনিৰ আগত টুপীৱলা ক্ৰমে শেঁতা পৰি আহিবলৈ ধৰিলে।

ৰজাই মাত্ৰ কলে, 'মোক সাক্ষী লাগে। বলিয়ালি কৰাৰ এইখন ঠাই নহয়। কৰিলে থিতাতে তোক মৃত্যুদণ্ড বিহিম!'

ৰজাৰ মুখত প্ৰাণদণ্ডৰ দৰে ভয়লগা কথাষাৰ শুনাৰ পাচতো টুপীৱলাৰ গাত বিশেষ উত্তেজনা দেখা নগল। এটা ভৰিৰে আনটো ভৰিৰ ওপৰত ভৰ দি বৰ অশান্তিৰে সি ৰাণীৰ ফালে বাৰে বাৰে চাই মাখন লগোৱা ৰুটিৰ সলনি কাপটোৰে এডোখৰ কামোৰ মাৰি একুৰাই আনিলে।

এইখিনি সময়ৰ ভিতৰতে এলিচে অকস্মাতে এটা আচৰিত ধৰণৰ উত্তেজনা অনুভব কৰিবলৈ ধৰিলে। অলপ গমি চাই তাই বুজিলে যে তাই আকৌ বাঢ়িবলৈ লৈছে। ৰাজ-দৰবাৰৰ ভিতৰত থিয় হৈ থাকিব পাৰিলেই ৰক্ষা! তাইৰ নিচেই কাষতে বহি থকা এন্দুৰটোৱে তাইক কলে, 'তুমি মোক ইমানকৈ ঠেলিছা কিয়? মোৰ উশাহ বন্ধ হবৰ উপক্ৰম হৈছে। তুমি দেখা নাইনে?'

এলিচে বৰ নম্ৰভাবেই উত্তৰ দিলে, 'মই তোমাক ইচ্ছা কৰি ঠেলিছোঁ জানো? মই এতিয়া বাঢ়িবলৈ ধৰিছোঁ। তুমি দেখা নাই জানো?'

এন্দুৰটোৱে খঙেৰে উত্তৰ দিলে, 'এইখন ৰাজসভা। ইয়াত বাঢ়ি থাকিবলৈ তোমাৰ কোনো এক্তিয়াৰ নাই!'



খঙৰ উত্তৰ এলিচেও খঙেৰেই দিলে, 'বলিয়াৰ দৰে কথা নকবা। তুমি নিজে নবঢ়াকৈ থাকা নেকি?'

'বাঢ়ো ঠিকেই। কিন্তু প্ৰকৃতিৰ নিয়ম মতে লাহে লাহে বাঢ়ো। তোমাৰ দৰে লোকৰ হাঁহিয়াতৰ পাত্ৰ হৈ মই কোনোদিনে বঢ়া নাই।' এইবুলি কৈয়েই এন্দুৰটো ৰাজসভাৰ আনটো মূৰলৈ জাপ মাৰি গুচি গল।



ইমানখিনি সময় ৰাণীয়ে একেই ক্ৰোধৰ চাৱনিৰে টুপীৱলাৰ চকুলৈ একেথৰে চাই আছিল। এন্দুৰটোৱে ইফালৰ পৰা সিফাললৈ জাপ মৰাতহে ৰাণীৰ দৃষ্টিত বাধা পৰিল। টুপীৱলাক এৰি দি ৰাণীৰ দৃষ্টি এতিয়াহে অন্য এফালেদি আকৰ্ষিত হল। এজন সভাসদক আগলৈ মাতি আনি তেওঁ নিৰ্দ্দেশ দিলে যে যোৱা বাৰৰ গীতৰ অনুষ্ঠানত অংশ গ্ৰহণ কৰা গায়কসকলৰ তালিকা এখন তেওঁক সেই মুহূৰ্ত্ততে যুগুত কৰি দিব লাগে। ৰাণীৰ এই নিৰ্দ্দেশ শুনা মাত্ৰকে টুপীৱলাৰ গাত ইমান কঁপনি উঠিল যে তাৰ ভৰিৰ জোতা ওলাই কৰবাত পৰিলগৈ।

খঙত গৰজি উঠি ৰজাই কলে, 'সাক্ষী দিব নোৱাৰিলে এতিয়াই তোৰ প্ৰাণদণ্ডৰ হুকুম দিম।'

থোকাথুকি মাতেৰে টুপীৱলাই কলে, 'মহাৰাজ, মই এটা নিছলা মানুহ। মই এতিয়ালৈকে চাহ খোৱাত ধৰাই নাই। ৰুটি-মাখন খাই খাই মই বৰ দুৰ্বল হৈ পৰিলোঁ। আৰু চাহকাপৰ জিক্‌মিকনি………'

'কিহৰ জিক্‌মিকনি ?' ৰজাই সুধিলে।

'চাহৰ, মহাৰাজ।' টুপীৱলাই উত্তৰ দিলে।

'ইয়াত নাচিবলৈ আহিছ নেকি ? সোনকালে তোৰ কথাখিনি কৈ শেষ কৰ।' ৰজাই কলে।

'মই এটা নিছলা মানুহ। বলিয়া শহাই কৈছিল, সকলোবিলাক ঘটনা চাহকাপৰ জিক্‌মিকনিৰ লগে লগেহে হেনো আৰম্ভ হয়।'

টুপীৱলাৰ এই কথাখিনি শুনি ভয়ত অত্ৰাহি হৈ বলিয়া শহাই কলে, 'তেনে ধৰণৰ কথা মই কেতিয়াও কোৱা নাই মহাৰাজ !'

'কিয় নাইকোৱা ?' টুপীৱলাই খঙেৰে সুধিলে।

'মই নাইকোৱা বুলিছোঁ নাইকোৱা।' বলিয়া শহাই উত্তৰ দিলে।

'এন্দুৰটোৱে তো কব তই কৈছিলি বুলি,' কথাষাৰ কৈয়েই টুপীৱলাই এন্দুৰটোৰ ফালে চালে। এন্দুৰটো তেতিয়া টোপনিত লাল-কাল। সি একো গমকে নাপালে।

'এন্দুৰটোৱে কি কৈছিল ?' জুৰিৰ এজন সভ্যই টুপীৱলাক প্ৰশ্ন কৰিলে।

'মোৰ মনত নাই।'

'মনত পেলাবই লাগিব। নহলে তোৰ মৃত্যু অনিবাৰ্য্য।' ৰজাই ভাবুকি দিলে।

বেচেৰা টুপীৱলাৰ হাতৰ ৰুটিডোখৰ আৰু চাহৰ কাপটো মাটিত সৰি পৰিল। আঠু কাঢ়ি সি ৰজাৰ আগত প্ৰাৰ্থনা জনালে—'মই বৰ নিছলা মানুহ, মহাৰাজ !'

ৰজাই কলে, 'তই যে কেৱল মানুহটোৱেই নিছলা, এনে নহয় ; তোৰ কথাবোৰো তেনেই নিছলা।'



ৰজাৰ এই মন্তব্যটোত গাহৰি এটাই অট্টহাস্য কৰিছিল। তাৰ এই আচৰণৰ বাবে আমোলাবিলাকে গাহৰিটোক কেনভাচৰ মোনা এটাৰ ভিতৰত ভৰাই তাৰ ওপৰত বহি দি তাক বশ কৰিলে।

দুষ্টক দমন কৰাৰ এনে উত্তম উপায় আৰু নাই বুলি এলিচৰ ধাৰণা হল। বিচাৰ চলি থাকোঁতে কোনোবাই হাত চাপৰি বজালে বা অন্য কোনো মন্তব্য প্ৰকাশ কৰিলে তেওঁক উপযুক্ত শাস্তি দিয়া হয় বুলি এলিচে শুনিছে। কিন্তু নিজ চকুৰে দেখা এইয়েই প্ৰথম।

ৰজাই তেতিয়া টুপীৱলাক কলে, 'তোমাৰ কবলগীয়া কথা যদি ইমানতে শেষ হল, তেনেহলে নামি আঁহা।'

'কেনেকৈ নামিম মহাৰাজ ? মই ওপৰত উঠি থকা নাই নহয়। মজিয়াতে আছোঁ।' টুপীৱলাই ভয়ে ভয়ে উত্তৰ দিলে।

'তেনেহলে বহি থাকা।' ৰজাই কলে।

এনেতে আন এটা গাহৰিয়ে অট্টহাস্য কৰিলে। তাকো ঠিক আগৰটোৰ দৰেই দমন কৰা হল !

গায়ক সকলৰ তালিকাখন প্ৰস্তুত কৰি সভাসদজনে ৰাণীৰ হাতত অৰ্পণ কৰিলে। অত্যন্ত মনোযোগেৰে ৰাণীয়ে তালিকাখনৰ ওপৰত চকু ফুৰালে। টুপীৱলাই ৰাণীৰ ফালে চাই থৰ লাগিল। ৰজাই তাক যাবলৈ আদেশ দিলে। আদেশ পোৱা মাত্ৰকে সুলকি যোৱা জোতা পাত নিপিন্ধাকৈয়ে সি অতি শীঘ্ৰে ৰাজসভা পৰিত্যাগ কৰিলে।

বাহিৰতে টুপীৱলাৰ শিৰশ্ছেদ কৰিবলৈ ৰাণীয়ে এজন বিষয়া পাচিলে। টুপীৱলা কিন্তু ইতিমধ্যে বহুত দূৰ পালেগৈ। বিষয়াজন উলটি আহিল।

এইবাৰ দ্বিতীয় সাক্ষীক হাজিৰ হবলৈ ৰজাই হুকুম দিলে। দ্বিতীয় সাক্ষী আছিল জমিদাৰণীৰ ৰান্ধনীজনী। হাতত জলকীয়াৰ খৰাহিটো লৈ তাই সোমাই আহিল। দুৱাৰ-মুখত থিয় হওঁতেই এলিচে তাইক চিনি পালে। তাই অহাৰ লগে লগে ৰাজসভাৰ প্ৰত্যেকেই হাঁচিয়াবলৈ আৰম্ভ কৰিছিল।

নিৰ্দ্দিষ্ট স্থানত উপস্থিত হোৱা মাত্ৰকে ৰজাই তাইক সুধিলে, 'তোমাৰ কি কি কবলগীয়া আছে ?'

'মোৰ একো কবলগীয়া নাই।' ৰান্ধনীজনীয়ে উত্তৰ দিলে।

ৰজাই বৰ উৎকণ্ঠাৰে বগা শহাটোলৈ চালে। বগা শহাটোৱে লাহেকৈ উত্তৰ দিলে, 'মহাৰাজে এই সাক্ষীটোক ভুনাই জেৰা কৰিব লাগে।'

যথেষ্ট চিন্তা কৰি ৰজাই সুধিলে, 'মিঠাইবোৰ কিহেৰে তৈয়াৰী ?'

'সৰহভাগেই জলকীয়া।' ৰান্ধনীজনীয়ে উত্তৰ দিলে।

'লালী !' কোনোবাই যেন টোপনিতে চিঞৰি উঠিল।

ৰাণীয়ে হুঁকি মাৰি পঠিয়ালে। 'এন্দুৰটোক ডিঙিত ধৰি উলিয়াই আন ! তাৰ মূৰটো কাটি পেলা। ৰাজসভাৰ পৰা তাক বাহিৰ কৰি দে ! তাৰ ডাঢ়ি-গোফবোৰ উঘালি পেলা ! তাক খুচি দে। বইশ কৰ !'

নিমিষতে বিচাৰালয় হৈ-চৈ শব্দ আৰু বিশৃঙ্খলাৰে ভৰি পৰিল। সকলোবোৰে একেলগে গোট খাই এন্দুৰটোক বাহিৰত উলিয়াই থৈ আহিল। ৰাজসভা আগৰ শান্ত ৰূপলৈ অহাৰ পাচত ৰান্ধনীজনীক তাত আৰু দেখা নগল। তাই সেই সুযোগতে নিৰুদ্দেশ হল।

ৰজাই দীঘলকৈ নিশ্বাস এটা পেলাই ৰাণীৰ কাণতে মুখ দি কলে, 'তাৰ পাচৰ সাক্ষীটো তুমিয়েই মাতি আনি জেৰা কৰা। মোৰ মূৰ কামুৰি গৈছে।'

এলিচৰ দৃষ্টি তেতিয়া বগা শহাটোৰ ওপৰত সম্পূৰ্ণভাবে আৱদ্ধ হৈ আছিল। তালিকাখনত বৰ ব্যস্তভাবে সি পাচৰ সাক্ষীটোৰ নাম বিচাৰিছিল। তাইৰ ধাৰণা হল সিহঁতে এতিয়াও যথেষ্ট সাক্ষী বিচাৰি পোৱা নাই ! হঠাৎ বগা শহাটোৱে তাৰ স্বাভাবিক সৰু মাতটো পাৰ্য্যমানে ডাঙৰ কৰি পাচৰ সাক্ষীটোৰ নামটো পঢ়ি দিলে —'এলিচ !' এলিচৰ বিস্ময়ৰ সীমা নোহোৱা হল।

## এলিচৰ সাক্ষ্যদান

সাক্ষীৰ তালিকাখনত এলিচৰ নাম কোনে ভুক্ত কৰিলে ? এই অদ্ভুত দেশখনৰ আচৰিত প্ৰাণীবোৰৰ সতে তাইতো কোনোদিনেই জড়িত থকা নাই ! বগা শহাটোৱে তাইৰ নামটো পঢ়ি দিয়াৰ লগে লগেই বিস্ময়ত তাইৰ সৰ্ব্বশৰীৰ ৰোমাঞ্চিত হল। মুহূৰ্ত্তৰ উত্তেজনাত তাই সকলো কথা পাহৰি গল ! অলপ সময়ৰ আগৰে পৰাই তাইৰ গাটো ক্ষিপ্ৰ গতিত বাঢ়িবলৈ আৰম্ভ কৰি তাই যে বৰ এজনী হৈ পৰিছিল, সেই কথাও পাহৰি গল। উত্তেজনাত একেজাপে তাই থিয় হ'ল। তাইৰ চোলাটোৰ বা লাগি ওচৰতে বহি থকা জুৰিৰ দলটো অ'ত ত'ত উফৰি পৰিল। তেওঁলোকে বহি থকা আসনখনো আনকি উলটি গল।

এলিচে জুৰিৰ সভ্যসকলক লৰালৰিকৈ বুটলি লৈ নিজ নিজ আসনত বহুৱাই সেই দুৰ্ঘটনাটোৰ বাবে নিজে ক্ষমা বিচাৰিলে।

ৰজাই এলিচৰ ফালে চাই কলে, 'জুৰিৰ আটাইখিনি সভ্যই নিজ নিজ আসনত নবহে মানে বিচাৰৰ কাম আগবাঢ়িব নোৱাৰিব।'

এলিচে জুৰিৰ সভ্যসকললৈ এবাৰ ঘূৰি চালে। এতিয়াহে ভুলটো তাইৰ চকুত পৰিল। লৰালৰিৰ কোবত জেঠীটোক ওপৰলৈ ঠেং কৰা অৱস্থাতে নিজৰ আসনত বহুৱাই থৈ আহিছিল। বেচেৰাই গাটো লৰাব নোৱাৰি ওপৰলৈ ঠেং কৰি বেজাৰ মনেৰে কেৱল নেজডাল লৰাই আছিল। এলিচে এইবাৰ তাক হাতত তুলি লৈ ভালকৈ বহুৱাই দিলে।

অকস্মাতে ঘটা এই দুৰ্ঘটনাটোৰ পাচত সকলোৱে সুস্থ অনুভৱ

কৰাৰ পাচত এলিচে প্ৰত্যেকৰে হাতে হাতে সৰি পৰা পেন্সিলবোৰ তুলি দিলে। পেন্সিল পাই সিহঁতে একান্ত মনে দুৰ্ঘটনাটোৰ হুবহু বিবৰণ প্ৰথমৰ পৰা লিখা আৰম্ভ কৰিলে। কিন্তু জেঠীটোহে সেই সময়ত অতি ক্লান্ত হৈ পৰিছিল। কাম কৰিবলৈ সম্পূৰ্ণ অক্ষম হোৱাত সি বিচাৰ সভাৰ ঘৰৰ মূধৰ ফালে মুখ মেলি চাই বহি থাকিল।

ৰজাই এলিচক সুধিলে, 'এই ঘটনাটোৰ বিষয়ে তুমি কি জানা?'

'একো নাজানো।' এলিচে উত্তৰ দিলে।

'একোকে নাজানানে?'

'একোকে নাজানো।'

'সেইটো বৰ লাগতিয়াল কথা,' ৰজাই জুৰিলৈ চাই কলে। সিহঁত লিখাত ব্যস্ত।

বগা শহাটোৱে ৰজাৰ ওচৰ চাপি কলে, 'মহাৰাজ, অলাগতিয়াল হে! মানে—।'

'মানে মৱো অলাগতিয়াল বুলিহে কৈছিলোঁ,'—এইবুলি ৰজাই বিবুদ্ধি হোৱাৰ দৰে, কোনটো শব্দ শুনিবলৈ ভাল, বুজাৰ চেষ্টা কৰি মুখৰ ভিতৰতে দোহাৰিবলৈ ধৰিলে—লাগতিয়াল, অলাগতিয়াল; অলাগতিয়াল, লাগতিয়াল।'

এলিচে দেখিলে জুৰিৰ সভ্যসকলৰ কিছুমানে লিখিছে লাগতিয়াল আৰু কিছুমানে লিখিছে অলাগতিয়াল। ৰজাই তেতিয়া খৰধৰকৈ টোকা বহীত কিবা এটা লিখি লৈ হুকুম দিয়াৰ সুৰত কলে, 'আইনৰ ৪২ ধাৰা মতে যিবিলাক এমাইলতকৈ বেচি ওখ, সেইবিলাকে তুৰন্তে ৰাজসভা ত্যাগ কৰিব লাগিব।'

প্ৰত্যেকেই এলিচৰ ফালে বহল বহলকৈ চকু মেলি চাবলৈ ধৰিলে। তেতিয়া তাই ডাঙৰ মাতেৰে কলে, 'মই কিন্তু এমাইল ওখ নহওঁ!'

'নহয় বুলি কোনে কলে?'—ৰজাই সুধিলে।



ৰাণীয়ে কলে, 'তুমি দুমাইলৰ ওচৰা-ওচৰি হবা।'

এলিচে দৃঢ়ভাবে উত্তৰ দিলে, 'যিমানে ওখ নহওঁ লাগিলে মই কিন্তু ইয়াৰ পৰা কোনোপধ্যে যাব নোৱাৰোঁ। এইটো আগৰ পৰা চলি অহা আইন তো নহয়! তাক এইমাত্ৰহে আবিষ্কাৰ কৰা হৈছে।'

ৰজাই কলে, 'এই পুথিখনৰ ভিতৰত এইটোৱেই আইনৰ আটাইতকৈ পুৰণি ধাৰা।'

এলিচে তেতিয়া কলে, 'তেনেহলে এইটো ১নং ধাৰা হব লাগিছিল। ৪২ নং কিয় হল?'

এলিচৰ কথা শুনি খন্তেকতে ৰজাৰ মুখ বিবৰ্ণ হল। জুৰিলৈ চাই তেওঁ কঁপা মাতেৰে কলে, 'তোমালোকে এতিয়া ৰায় দিয়া।'

সেই মুহূৰ্ত্ততে বগা শহাটো জাপ মাৰি মাজলৈ আহি কলেহি, 'মহাৰাজ, কিছুমানে সাক্ষী দিবলৈ এতিয়াও বাকী আছে। এই কাগজখন এই মাত্ৰহে হাতত পৰিছেহি।'

ৰাণীয়ে সুধিলে, 'তাত কি লিখা আছে?'

'মই অৱশ্যে খুলি চোৱা নাই। দেখাত কিন্তু চিঠি যেনেই লাগিছে। কোনোবা বন্দীয়ে অন্য বন্দীলৈ লিখা চিঠিও কিন্তু হব পাৰে।'

সোঁ হাতখন দাঙি ৰজাই কলে, 'নিশ্চয়। চিঠিখন কোনোবাই কাৰোবালৈ লিখিছে, নহলে কোনেও কালৈকো লিখা নাই। এনে ঘটনা কিন্তু সচৰাচৰ চকুত নপৰে।'

জুৰিৰ কোনোবা এজন সভ্যই সুধিলে, 'চিঠিখন কালৈ দিয়া হৈছে?'

'কালৈ দিয়া হৈছে কব পৰাহেতেন তো ভালেই আছিল! বাহিৰত এটা আখৰো লিখি থোৱা নাই,' এইবুলি কৈয়েই শহাটোৱে কাগজখন খুলি চালে আৰু কলে, 'কাগজখন আচলতে চিঠিও নহয়। তাত দুফাঁকিমান কবিতাহে দেখোন লিখা আছে।'

জুৰিৰ মাজৰ পৰা এজনে প্ৰশ্ন কৰিলে, 'কোনোবা বন্দীৰ হাতৰ আখৰ নেকি ?'

'নহয়। এতিয়া এটাইতকৈ ভাবিবলগা কথা হৈছে সেইটোৱেই।'

এই কথাটোকে ভাবি প্ৰত্যেকেই বিমোৰত পৰা দেখি ৰজাই কলে, 'সি নিশ্চয় কাৰোবাৰ হাতৰ আখৰ নকল কৰিছিল।'

জুৰিৰ সকলোৰে মুখ আকৌ উজ্জ্বল হল।

বন্দী গোলামে এইবাৰ ভয়ে ভয়ে মাত লগালে, 'মহাৰাজ, তিনি সইত খাই মই কৈছোঁ যে সেইখন মই নিজে লিখা নাই। মই লিখিছোঁ বুলি সিহঁতে প্ৰমাণো কৰিব নোৱাৰে। তলত কাৰো নামো নাই। চহীও নাই।'

'তই চহী নকৰাটোৱেই প্ৰমাণ কৰে যে তোৰ নিশ্চয় কিবা বেয়া মতলব আছিল। নথকাহেতেন সাধু পুৰুষৰ দৰে তই তাত চহী কৰিলিহেতেন।'

ৰজাৰ এইষাৰ কথাত চাৰিওফালৰ পৰা হাত-চাপৰিৰ জাউৰি উঠিল। কাৰণ তেওঁ কোৱা ইমানবোৰ কথাৰ ভিতৰত এইটোহে একমাত্ৰ অৰ্থপূৰ্ণ আছিল।

'সেইটোৱেই তাৰ দোষ প্ৰমাণ কৰে', ৰাণীয়ে কলে।

ইমান সময় তেনে ধৰণৰ কথাবোৰ শুনি আচৰিত হৈ বহি থকা এলিচে ৰাণীৰ কথাৰ প্ৰতিবাদ জনাই মাত লগালে, 'কেনেকৈনো বাৰু তাৰ পৰা সি দোষী প্ৰমাণিত হল ? এতিয়ালৈকে কাৰো দোষ প্ৰমাণ হোৱা নাই। আনকি কবিতাটোত কি লিখা আছে, তাকো এতিয়ালৈকে কোনেও জনা নাই।'

এলিচৰ কথা শুনি ৰজাই কবিতাটো পঢ়ি শুনাবৰ বাবে বগা শহাটোক হুকুম দিলে।

বগা শহাই জেপৰ পৰা চচ্‌মাজোৰ উলিয়াই চকুত পিন্ধি লৈ ৰজাক সুধিলে, 'মহাৰাজ, কোনখিনিৰ পৰা আৰম্ভ কৰিম ?'

ৰজাই গম্ভীৰভাবে উত্তৰ দিলে, 'আৰম্ভৰ পৰা আৰম্ভ কৰা আৰু



শেষ নোহোৱা পৰ্যন্ত পঢ়ি গৈ থাকা। যেতিয়া শেষ হব, সেই খিনিতে ৰৈ যাবা।'

শহাই পঢ়ি গল ঃ

সিহঁতে কলে, 'তুমি আছিলা তাইৰ,
আৰু তেওঁক কৈছিলা কথা মোৰ,
তেওঁ মোৰ স্বভাব ভাল বুলি কলে
কিন্তু মই হেনো নাজানো সাঁতোৰ।
মই যোৱা নাই বুলি তেওঁ তাক কলে
আমি জানো এই কথা সঁচা,
যদি তাই ঘটনাটো ঘটিবলৈ দিয়ে
কি হব হায় তোমাৰ দশা !
তাইক দিলোঁ এটা, তাক দিলে দুটা,
আমাক দিলা তুমি তিনিটা,
তাৰ হাতৰ পৰা সব ঘূৰি গল তোমালৈ
যদিও লেখত সিহঁত নটা।
তাই যে সিহঁতক সাংঘাতিক ভাল পায়
সেই কথা তাক নজনাবা,
কেৱে নাজানক, মোৰ আৰু তোমাৰ মাজত
এই কথা গুপুতে ৰাখিবা।'

কবিতাটো পঢ়া শেষ হলত ৰজাই হাত দুখন মোহাৰি মোহাৰি কলে, 'এতিয়ালৈকে পোৱা সাক্ষীসমূহৰ ভিতৰত এইটোৱেই আটাইতকৈ উল্লেখযোগ্য। এতিয়া জুৰিৰ ওপৰতে সকলো—।'

এলিচে থিয় হৈ ৰজাৰ কথাত ইমান জোৰেৰে প্ৰতিবাদ কৰিলে যে তেওঁৰ কথাখিনি অসম্পূৰ্ণ হৈ ৰল। তাই কলে, 'ছয় অনা পইছা দিম বুলি মই বাজি মাৰিছোঁ। কোনোবাই পাৰে যদি এই

কবিতাটো ব্যাখ্যা কৰি বুজাই দিয়ক। কবিতাটোত তিলমাত্রও অর্থ আছে বুলি মোৰ বিশ্বাস নহয়।'

জুৰিয়ে ফলিত লিখিলে যে এলিচে কবিতাটোৰ তিল এটাৰ সমানো অর্থ আছে বুলি বিশ্বাস নকৰে।

এলিচ মাত্র কেইমিনিট মানৰ ভিতৰতে ইমান ওখ হবলৈ ধৰিছিল যে ৰজালৈ ভয় কৰাৰ দূৰৰে কথা, ৰজাক তাইৰ একেবাৰে নগণ্য যেনহে লাগিছিল।

ৰজাই তেতিয়া কলে, 'কবিতাটোত একো অর্থ নাই যদি আমি ৰক্ষাই পৰিলোঁ। যিহতে তিহতে অর্থ বিচাৰি ফুৰাৰ আমাৰ কোনো গৰজো নাই।'

তাৰ পাচত ৰজাই নিজৰ ক্ষমতা প্রতিপন্ন কৰাৰ সম্পূর্ণ ভঙ্গীৰে জুৰিক বিচাৰৰ ৰায় দিবলৈ হুকুম দিলে। একেটা আদেশৰে একেটা কথাকে অন্ততঃ কুৰিবাৰ ৰজাই চিঞৰি চিঞৰি কৈছিল।

ৰাণীয়ে ৰজাৰ লগত একমত হব নোৱাৰি কলে, 'প্রথমতে শাস্তিৰ বিধান কৰা হওক। তাৰ পিচতহে ৰায় দিব লাগিব।'

ৰাণীৰ কথাত এলিচৰ ধৈর্য্যচ্যুতি ঘটিল। তাই চিঞৰি কলে, 'নির্বোধৰ দল! বিচাৰত ৰায় দিয়াৰ আগতে শাস্তি দিয়াৰ কথা কোনোবাই শুনিছেনে?'

ৰাণীৰ ভীষণ খং উঠিছিল। তেওঁ কলে, 'চুপ থাক।'

'নাথাকোঁ'—এলিচে উত্তৰ দিলে।

গাৰ সৰ্ব্বশক্তি প্রয়োগ কৰি ৰাণীয়ে এইবাৰ চিঞৰি দিলে, 'এই মুহূর্ত্তে তাইৰ মূৰটো কাটি পেলা।'

মুহূর্ত্তে মুহূর্ত্তে এলিচ ওখ হৈ গৈ আছিল। তাইৰ মনৰ পৰা দ্বিধা আৰু শঙ্কা সম্পূর্ণভাবে লোপ পালে। স্বতঃস্ফূর্ত্তভাবে তাইৰ মুখৰ পৰা ওলাই আহিল—'তহঁতলৈ কোনে ভয় কৰে? এজাপ তাচপাতৰ বাহিৰে তহঁত তো আন একো নহৰ।'

ঠিক সেই মুহূর্ত্ততেই গোটেই তাচ জাপ ওপৰলৈ উৰি গৈ পাক-



ঘূৰণি খাই তাইৰ গাৰ ফালে নামি আহিল। মুখেৰে এটা ক্ষীণ আৰু অস্পষ্ট শব্দ উচ্চাৰণ কৰি খং আৰু ভয়ত উত্তেজিত হৈ তাই মুখৰ পৰা তাচপাতবোৰ হাতেৰে আঁতৰাবলৈ ধৰিলে।

এলিচে হঠাৎ সাৰ পালে। তাইৰ সম্বিত ঘূৰি আহিল। চকুদুটা বহলকৈ মেলি তাই দেখা পালে বাইদেৱেকক। তেওঁ তাইৰ নিচেই কাষতে বহি আছে আৰু তেওঁৰেই কোলাত মূৰ থৈ শুই আছে তাই নিজে। বাইদেৱেকে তাইৰ মুখৰ পৰা তলসৰা শুকান কেইটামান পাত আঁতৰাই দি কলে, 'উঠা এলিচ, উঠা। তুমি যে কিমান সময় শুলা!'

এলিচে কলে, 'বাইদেউ, মই এটা সপোন দেখিছিলোঁ। কি যে অদ্ভুত সপোনটো!'

সপোনৰ কাহিনীবোৰ ইটোৰ পিচত সিটোকৈ যিমানদূৰ মনত পৰিল, তাই বাইদেৱেকৰ আগত বিবৰি কলে। শুনাৰ শেষত বাইদেৱেকে তাইৰ কপালত চুমা এটা খাই কলে, 'ইমান আচৰিত সপোনটি যে তুমি দেখিলা! এতিয়া যোৱা। লৰ মাৰি চাহ খাই আহাগৈ। বহুত পলম হল।'

ভনীয়েক যোৱাৰ পিচতো বাইদেৱেক বহুত সময় তাতেই বহি আছিল। হাতৰ ওপৰত মূৰটো ভেজা দি, পশ্চিম দিগন্তৰ ডুব যোৱা সূৰ্য্যলৈ চাই অকণমানি এলিচজনী আৰু তাইৰ সপোনৰ আচৰিত ধৰণৰ অভিজ্ঞতাবোৰৰ কথা ভাবি ভাবি তেৱোঁ যেন অন্য এক সপোনৰ মাজত বিভোৰ হৈ পৰিল।

এলিচে লগ পাই অহা এটা এটাকৈ আটাইবোৰ প্ৰাণীক এই কল্পনাৰ জগতখনত তেওঁ যেন দেখিবলৈ পালে। বগা শহাটো লৰি যোৱা দৃশ্য, কাষৰ পুলত সাঁতুৰি থকা আতুৰ সেই নিগনিটো, সেই বলিয়া চাহমেলৰ কাপ-প্লেটৰ থুনথান্ শব্দ, হতভগীয়া প্ৰাণীবোৰৰ মৃত্যুদণ্ড দিয়া ৰাণীৰ সেই ভয়াবহ আদেশসূচক মাত, জমিদাৰণীৰ



আঁঠুৰ ওপৰত হাঁচিয়াই থকা সেই গাহৰি শিশুটো আৰু ৰান্ধনি-ঘৰৰ পৰা দলিয়াই দিয়া কাঁহী-বাটি আদিৰ শব্দবোৰ, গ্ৰাইফনটোৰ কৰ্কশ চিঞৰবোৰ, জেঠীটোৱে ব্যৱহাৰ কৰা ফলি-পেন্সিলৰ কৰ্কশ শব্দটো আৰু গাহৰি দুটাক দমন কৰাৰ দৃশ্য—এই আটাইবোৰে মন তেওঁৰ অভিভূত কৰি তুলিলে আৰু যেন নকল কাছটোৰ কৰুণ বিননিৰ সতে মিশ্ৰিত হৈ এক অপূৰ্ব্ব কোৰাচৰ সৃষ্টি কৰিলে।

আধা মুদা চকুৰে তেওঁ বহিয়েই থাকিল। সেই অদ্ভুত কাহিনী-বোৰ তেওঁৰ যেন সঁচা সঁচা লাগি গল—যদিও তেওঁ খুব ভালকৈ জানে যে চকু মেলা মাত্ৰকে সেই আটাইবোৰেই নীৰস বাস্তৱত পৰিণত হব। বতাহত মাত্ৰ লৰি থাকিব সেই ঘাঁহবোৰ, ইকৰাৰ গাত লাগি সেই পুলৰ পানী কঁপি উঠিব, থুন্থানকৈ বাজি উঠা চাহৰ কাপৰ শব্দ পৰিণত হব ভেড়াৰ ডিঙিৰ টিলিঙাৰ শব্দত, ৰাণীৰ ভয়াবহ মাত হব ভেড়াৰখীয়াৰ কৰ্কশ মাত, শিশুৰ হাঁচি, গ্ৰাইফনৰ চিঞৰ আৰু আন বহুত অদ্ভুত শব্দ পৰিণত হব কোনো এক কৰ্ম্মমুখৰ ফাৰ্ম্মৰ হুলস্থূলত।

অৱশেষত, তেওঁ মনৰ চকুৰ আগত দেখিলে কেনেকৈ তেওঁৰ অকণমানি ভনীয়েক এলিচজনী এদিন এগৰাকী পৰিপূৰ্ণ তিৰোতা হৈ উঠিব। কেনেকৈ সেই বয়সতো তাইৰ অন্তৰখন হৈ থাকিব ঠিক এক শিশুৰ দৰে। কেনেকৈ তাই নিজৰ কাষলৈ মাতি আনিব অকণ অকণ লৰা-ছোৱালীবোৰক। কেনেকৈ সেই অতীতৰ অজান দেশৰ ইমানবোৰ কাহিনী কৈ তাই সিহঁতক আচৰিত কৰি দিব আৰু কেনেকৈ সেই শৈশৱৰ কথা মনত পেলাই তাই অপূৰ্ব্ব আৰু আশাতীত আনন্দ লাভ কৰিব পাৰিব।

**সমাপ্ত**